# ভোগ

শ্ৰীৰোযেশ্বৰ শৰ্ম্মা ।

ভোগ।

শ্ৰীৰোমেশ্বৰ শৰ্ম্মা বি-এ, বি,টি
শিক্ষক, গভৰ্ণমেণ্ট হাই-স্কুল।
যোৰহাট

Published by the author.

বেচ ৷৹ আঠ অনামাত্ৰ

# উছৰ্গা।

পিতাস্বৰ্গ পিতা ধৰ্ম্ম পিতাহি পৰমং তপঃ
পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্ব্ব দেৱতা।

শ্ৰী-ল-শ্ৰীযুত শিৱনাথ শৰ্ম্মা
পিতৃদেৱৰ শ্ৰীচৰণেষু—

# যোৱনি ।

মোৰ "ঈচপৰ উপকথা" ৰাইজৰ হাতত দিয়াত লৰা বুঢ়া, ডেকা অনেকেই কিতাপত থকা গল্পবোৰ সৰু সৰু বুলি এঙ্গালে। কিন্তু দিন চেৰেকৰ পাচতে শ্ৰীযুত মিত্ৰ দেব মহন্তৰ "চন্দ্ৰহাৰ" ওলালত তেওঁৰ কিতাপ খনি ভাল হৈছে বুলি অনেকেই মলাগিলে। আনকি কেইবাটি লৰাক টানিনিহে স্কুলৰ পাঠ্যত মনোযোগ দিয়াব পাৰিছিলোঁ। কবি wordsworth ৰ ভাষাত কওঁ যে——

The moving accident is not my trade ;
'To freeze the blood I have no ready arts.
'Tis my delight alone in summer shade
To pipe a simple song for thinking hearts.

এই চাৰিশাৰী কথায়ে মোৰ সকলো মনৰ ভাব প্ৰকাশ কৰিছে। মুঠতে মোৰ ডেকা-গাভৰুৰ সাধুতকৈ এনে বো[illegible] সাধু পঢ়ি ভাল লাগে। সেই বাবেই আনেও ভাল পাই বুলি ভাবোঁ। সচাকৈয়ে, ভাল পালে, আগ্ৰহ দেখিলে, ইয়া[illegible] দ্বিতীয় ভাগ প্ৰকাশ কৰিবৰো মন থাকিল।

শ্ৰদ্ধেয় ৰায় চাহেব শ্ৰীযুত গোলাপ চন্দ্ৰ বৰুৱা ডা[illegible] বীয়াই কিতাপ খনি আগৰে পৰা শুৱিলৈকে চাই দি[illegible] বাবে তেখেতক সন্মান জনাইছোঁ আৰু তেখেতে দি[illegible] উপদেশ মতে সম্ভবপৰ সাল সলনি কৰাও হৈছে।

নৰ্ম্মাল স্কুলৰ উপদেষ্টা—শ্ৰীযুত চন্দ্ৰনাথ দত্ত ফুকনে বৰ্ণাশুদ্ধি চাই দিয়া বাবে তেওঁৰ সলাগ লৈছোঁ।

কেইবাজন লোকেও কিতাপ খনি প্ৰকাশ কৰিবৰ কাৰণে কোৱাত হে এই কাৰ্য্যলৈ আগ বাঢ়িলোঁ। এতিয়া মোৰ উপকক্ত কৰিব ভাষাত কোৱা সঙ্কল্প কিমান ভাবে অটুট ৰাখিব পাৰিছোঁ, তাৰ বিচাৰ ৰাইজে কৰিব। ইতি—

তৰাজান, যোৰহাট
২১ আহিন, ১৮৪৬ (বিজয়া)

বিনীত—
শ্ৰীবোমেশ্বৰ শৰ্ম্মা



---

# সূচি।

# ভোগ।

—[:*:]—

## প্রহ্লাদ।

আগৰ দিনত চাৰিজন সিদ্ধ আছিল। তেওঁলোকে বিয়া বাৰু নকৰাই সদাই ঈশ্বৰক চিন্তা কৰি বনে বনে ফুৰিছিল। ঈশ্বৰ তেওঁলোকৰ ভক্তিত সন্তুষ্ট হৈ সকলো পাপৰ পৰা মুক্ত কৰিলে। সেইবাবে তেওঁলোকক সিদ্ধ বোলে।

এদিন কৰবাৰ পৰা ফুৰি ফুৰি আহি বৈকুণ্ঠত ভগৱন্তক দেখা কৰিবৰ মনেৰে ভোঁ ভোঁ কৰে কাকো নোসোধাকৈ যত শ্ৰীকৃষ্ণ ভগৱন্ত লক্ষ্মী মাৰে সৈতে অনন্ত শয্যাত শুই আছিল, তালৈকে সিবিলাক সোমাই গৈছিল। ভগৱন্তৰ দুৱাৰমুখত দুজন জয় বিজয় নামে দুৱৰী আছিল। হঠাৎ চাৰিজন মানুহ সোমোৱা দেখি তেওঁলোকে আগভেটা দিলে। ইয়াতে দুয়োদলৰ কথাই কথাই কাঁজিয়া লাগিল। চাৰিসিদ্ধক ভিতৰলৈ সোমাই যাব নিদিয়াত খণ্ড উঠি দুৱৰী অসুৰ হৈ উপজিবলৈ শাও দিলে।

বাহিৰত হাইগুনি লক্ষ্মীদেৱীয়ে গোঁসাইক কি হৈছে বুলি চাবলৈ পঠিয়াই দিলে। তেওঁ’ত আহি দেখে যে কাণ্ড

তেতিয়া ব্রহ্মাই প্রথমতে এই বৰ দিবলৈ অলপ টান পাইছিল, কিন্তু শেহত তথাস্তু বুলি গুচি গল ?

হিৰণ্যকশিপু দৈত্যৰ ৰজা আছিল। তেওঁ গাৰ বলেৰে তিনিও লোক জয় কৰি প্ৰভুত্ব খটাইছিল। তেওঁ ঈশ্বৰত বিশ্বাস নকৰিছিল। মাধৱৰ নামে খেৰতো জুই নিদিছিল। তেওঁৰ মহিষীৰ নাম কয়াধু আছিল। তেওঁলোকৰ চাৰিটি পুত্ৰ হয়। সৰুটিৰ নাম প্ৰহ্লাদ। প্ৰহ্লাদ সৰুৰে পৰা বিষ্ণুভক্ত আছিল। দৈত্যেশ্বৰে যথা সময়ত তেওঁৰ লৰা কেইটাক দৈত্যশাস্ত্ৰ পঢ়াবলৈ শুক্ৰৰ পুতেক ষণ্ডামাৰ্কক লগাই দিলে। অনেক লৰাই সেই দৈত্যশাস্ত্ৰ পঢ়ে প্ৰহ্লাদেও গুৰুৰ আগত তাকেই কৰে, কিন্তু মনে হলে নেমানে। কিয়নো তেওঁ বেচকৈ জানিছিল যে ঈশ্বৰ বিমুখী হলে এই পৃথিবীত কাৰো গতি নাই।

এদিন হুমলীয়া পুতেকক কোলাত বহুৱাই লৈ "বোপাই কি পঢ়িছা বুলি" সাদৰেৰে ৰজাই সুধিলে। পুতেকে কলে

শুনা পিতৃ ইটো গৃহ অন্ধকূপ এৰি।
তপোবনে একচিত্তে আৰাধিয়ো হৰি॥

দৈত্যেশ্বৰে পুতেকৰ এই ভেদ ভাৱ শুনি পণ্ডিতক মাতি আনি কলে যে কোনোবা বৈষ্ণৱে এই লৰাটিক বেয়া কথা শিকাইছে। তুমি বিশেষ যত্ন লৈ ইয়াক আমাৰ পথলৈ আনা। পণ্ডিতে ঘৰলৈ আনি প্ৰহ্লাদক এনে বিপৰ্য্যয় বুদ্ধি কোনে দিলে বুলি শোধাত, তেওঁ কলে; "ব্ৰহ্মা আদি

ভয়ানক। চাৰিসিদ্ধ খণ্ডত জ্বলি পৰি আছে। তেতিয়া গোঁসায়ে বহুত কাকূতি মিনতি কৰি সান্ত্বনা কৰিলে।

তাৰ পাচত চাৰিসিদ্ধই গোঁসাইক অনেক স্তুতিবাদ কৰিলে। জয় বিজয়েও আচল কথা জানিব পাৰি শাপৰ পৰা মোচন কৰি দিবলৈ কাকূতি মিনতি কৰিবলৈ ধৰিলে। তেতিয়া গোঁসায়ে কলে বামুনৰ কথা জুইতকৈও চোকা। এনে ব্ৰাহ্মণৰ কথা অথলে নেযায়। তথাপিও তোমালোকে

বৈৰভাবে চিন্তিবাহা মোক।
অল্পকালে পাইবা এহিলোক॥

এই বুলিকৈ বিদায় দিলে। তেওঁ বিলাক তুয়ো আহি দিতিৰ গৰ্ভত কশ্যপৰ ঔৰসত হিৰণ্যাক্ষ আৰু হিৰণ্য কশিপু নামে জন্ম ললেহি। হিৰণ্যাক্ষক বৰাহৰূপ ধৰি গোঁসায়ে বধিলে। সেই খণ্ডতে হিৰণ্যকশিপু তপস্যা কৰিবলৈ বনলৈ গৈ তপস্যাতে "বহিগৈলা দিব্যবৰিষ শত"—শেহত ব্ৰহ্মা বৰ দিবলৈ আহিল। হিৰণ্যকশিপুৱে এই দৰে কলে—

বিধতাক বোলে যদি মোক দিবা বৰ।
তুমি শ্ৰজি আছা যত প্ৰাণী নিৰন্তৰ॥
কাতোহন্তে মোৰ নুহিবেক মৰণ।
ত্ৰৈলোক্যৰ লোকে লৌক আমাত শৰণ॥
ন মৰিবো ৰাত্ৰিত দিনত মৃত্যু নৌক।
অস্ত্ৰে শস্ত্ৰে মাৰিবাকু নোৱাৰোক মোক॥

কৰি যাৰ গুণত মোহিত হয় সেই বিষ্ণুৱেই মোৰ বুদ্ধি ভেদ কৰিছে। যেনেকৈ চুম্বকৰ ওচৰলৈ লোহা চাপি আহে সেই দৰেই বিষ্ণুৰ কাষলৈ মোৰ মন চাপি গৈ ক্ৰমে মোক আপোনাসকলৰ পৰা আঁতৰাই আনিছে। পণ্ডিতৰ এই কথা শুনি খং উঠিল। অনেক গালি শপনি পাৰি ভয় ভ্ৰান্তি দেখুৱাই দৈত্যশাস্ত্ৰ পঢ়াবলৈ ধৰিলে। বহুত দিনৰ পাচত পঢ়া সাঙ্গ কৰাই গুৰুৱে ৰজাৰ ওচৰলৈ লৈ আহিল। ৰজাই পুতেকক আদৰ সাদৰ কৰি কোলাত বহুৱাই লৈ কি পাঠ পঢ়িছা বুলি সুধিলত প্ৰহ্লাদে কলে।

শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ
অৰ্চ্চন পদ সেৱণ।
দাস্য সখিত্ব বন্দন বিষ্ণুত
কৰিব দেহা অৰ্পণ।
নব বিধ ভক্তি বিষ্ণুত আচৰে
সেহিসে পাঠ উত্তম।

এনেকুৱা কথা শুনি দৈত্যপতিয়ে পণ্ডিতক গালি পাৰিলে? পণ্ডিতে কলে যে তেওঁ এই বোৰ একো কথা শিকোৱা নাই, পুতেকে নিজেহে কৰবাৰ পৰা শিকিছে।

তেতিয়া আকৌ পুতেকক সুধিলে, যে এই বোৰ কথা তেওঁ কত শিকিলে? তেতিয়া প্ৰহ্লাদে কলে যে ঈশ্বৰক চিন্তিবলৈ আকৌ নো কোনে শিক্কাব লাগিছে? যি পাপাত্মা সি সদায় নৰকত থাকিবলৈ মনকৰে তেনেবোৰ লোকেহে

বিষ্ণুক ভক্তি কৰিবলৈ আওকান কৰে। এই কথা শুনা মাত্ৰেই পিতাকে প্ৰহ্লাদক কোলাৰ পৰা আচাৰ মাৰি পেলাই দিলে। ৰাক্ষসবোৰক কলে, "ই মোক এৰি ভ্ৰাতৃ বৈৰী বিষ্ণুক আপোন বুলিছে। ইয়াক মাৰি পেলাইক। ৰাক্ষস বোৰে অনেক চেষ্টা কৰিও প্ৰহ্লাদক মাৰক চাৰি মাখি চালকে ছিঙ্গিব নোৱাৰিলে। প্ৰহ্লাদে বিষ্ণুৰ নাম লৈ বহি থাকিল। তেতিয়া দঁতাল হাতী বোৰক আগত মাৰিবলৈ পেলাই দিলত দঁতাল হাতী বোৰে দাঁতেৰে ভিৰ দিয়াত সিহঁতৰ দাঁত ভাগিল। সাপক কামুৰিবলৈ দিয়াত সিহঁতৰো দাঁত ভাগিল। টেটুত শিল বান্ধি পাণীত পেলাই দিলত, শিল ওপঙ্গি বল। পৰ্ব্বতৰ টিঙ্গৰ পৰা পেলাই দিলতো প্ৰহ্লাদে কেৰেপ নকৰিলে। মাটিত গাঁত খানি পুতি থ'লে, জ্বলা জুইত পেলাই দিলে, তথাপি প্ৰহ্লাদক মাৰিব নোৱাৰিলে! এতিয়া পিতাকে বুঝিব পাৰিলে যে পুতেকেই তেওঁৰ মৰণৰ কাৰণ হ'ল। এই ভাবি মৌন হৈ ৰ'ল। ষণ্ডামাৰ্কই ৰজাক বেজাৰ মনেৰে থকা দেখি কলে, "মহাৰাজ আপুনি ত্ৰৈলোক্যৰ ৰজা। এনে এটা সামান্য কথাত চিন্তা কৰা অযুগুত। কিয়নো ই এতিয়া কেচুৱা লৰা। ইয়াক :—

"বৰুণৰ পাশে বান্ধি থৈয়ো কত কাল,
আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল",

এই কথাত ৰজাই উৎসাহ পাই আকৌ ষণ্ডামাৰ্কৰ হাতত পুতেকক গতাই দিলে। প্ৰহ্লাদ কিন্তু আগৰ দৰেই থাকিল

শিক্ষকৰওচৰত দৈত্যশাস্ত্ৰ পঢ়ে, শিক্ষক আঁতৰি গলেই বিষ্ণুক উপাসনা কৰে আৰু লৰাবোৰক কয়।—

"অসাৰ সংসাৰ নাই ইহাত বিশ্বাস।
জানি হৰি ভকতিক কৰিয়ো অভ্যাস।"

দৈত্য শিশু বোৰো লাহে লাহে প্ৰহ্লাদৰ ফলীয়া হ'ল। এজন দৈত্যশিশুৱে এদিন প্ৰহ্লাদক সুধিলে, তেওঁ অন্তঃপুৰত থাকি ভক্তি কৰ পৰা শিকিলে? তেতিয়া তেওঁ কলে, "পিতা তপস্যা কৰিবলৈ গৈ বহুত দিন উভটি নহাত আইক ইন্দ্ৰই হৰি নিলে। বাটত যাওঁতে আয়ে চিঞৰি চিঞৰি কান্দি বলৈ ধৰিলে। তেতিয়া নাৰদ আহি একৰাই দি এজন ঋষিৰ আশ্ৰমত থলেগৈ। আৰু পিতৃতুল্য নাৰদে আইক বিষ্ণুভক্তি দিলে। মই তেতিয়া তেওঁৰ গৰ্ভত থাকি সকলো কথা শুনি আছিলোঁ। আয়ে পিতাক পাই সকলো কথা পাহৰিলে, মোৰ কিন্তু মনত আছে। এতিয়াও তোমালোকে বিষ্ণুক ভক্তি কৰা। তপ, জপ, যজ্ঞ সকলো মিছা। ভক্তি কৰিবলৈ দেৱ দ্বিজ বা ঋষি হ'ব নেলাগে। বহুত শাস্ত্ৰও জানিব নেলাগে। অকল ভক্তিতেই হে নাৰায়ণ সন্তুষ্ট হয়। এই কথা শুনি সকলোৱেই বিষ্ণু ভক্ত হ'ল। ষণ্ডামাৰ্কই আৰু পঢ়াব নোৱাৰা হ'ল। পণ্ডিতে আহি ৰজাক গোচৰ দিলেহি।

প্ৰহ্লাদক ওচৰলৈ মাতি আনি ৰজাই খাওঁ খাওঁ মূৰ্ত্তি ধৰি গৰ্জ্জনি মাৰি কলে, "মই ত্ৰৈলোক্যৰ ৰজা। ত্ৰিদশ মোৰ ভয়ত কঁপি থাকে। কেচুৱা লৰা এটাই ইমান দম্ভালি

কৰ, আজি তোৰ মূৰ খাম।” প্ৰহ্লাদে তলকা মাৰি শুনি থাকি লাহেকৈ উত্তৰ দিলে, “পিতা! প্ৰভু চক্ৰপাণি সবা-তকৈও ডাঙৰ, তোমাৰ মোৰ কথাই নাই, ব্ৰহ্মা আদিয়েও তেওঁৰ চৰণ সেৱে। ত্ৰৈলোক্য গোটেই তেওঁৰ মায়া। তেওঁৰেই সকলো ইয়াকে জানি অসুৰ প্ৰবৃত্তি এৰি তেওঁৰ শৰণ লোঁৱা। তেহে পৰকালৰ গতি পাবা। তেতিয়া ৰজাই ক'লে, “মই জানিলো তোৰ মৰিবৰ মন গ'ল। মোতকৈ আৰু ঈশ্বৰ কোন আছে? বাৰু মই এতিয়া তোক খণ্ড খণ্ড কৰি কাটি পেলাওঁ। চাওঁ বাৰু তোৰ হৰিয়ে ৰাখক। আৰু হৰি যদি জগতৰ ঈশ্বৰ সি ক'ত আছে মোক ক।”

তেতিয়া প্ৰহ্লাদে ক'লে,

“সবাতে আছন্ত জগৎ স্বামী
স্ফতিক স্তম্ভে দেখোহোঁ আমি,”

এইকথা দৈত্যপতিয়ে শুনিয়েই দাঁত মূৰ কামুৰি আসনৰ পৰা জাপ মাৰি পৰি বিস্ম-শবদে গৈ খণ্ডৰ কোবত ওচৰত থকা স্তম্ভটো একে ভুকুয়ে ভাঙ্গি পেলালে।

স্তম্ভৰ ভিতৰৰ পৰা সিংহনাদ কৰি নৃসিংহ অৱতাৰ হৈ হিৰণ্যকশিপুক আঠুৰ ওপৰত লৈ নখেৰে চিৰি মাৰি পেলালে। এওঁক মাৰিলত দেৱতা সকলেও সন্তোষ পালে। তেতিয়া সকলোবোৰ দেৱতা আহি নৃসিংহৰূপী বিষ্ণুক ক্ৰোধ সামৰি-বলৈ প্ৰাৰ্থনা কৰিলেহি সিমানতো তেওঁৰ খঙ মাৰ নোযোৱা দেখি লক্ষ্মী দেৱীক স্বামীৰ খঙ মাৰ নিয়াবলৈ মাতি আনি-

লেগৈ। লক্ষ্মীয়ে আহি ভয়ঙ্কৰ ৰূপ দেখি আঁতৰৰে পৰা উলটি লৰ মাৰিলে।

তেতিয়া প্ৰহ্লাদক ব্ৰহ্মাই বিষ্ণুৰ খণ্ড মাৰ নিয়াবলৈ ক'লে। প্ৰহ্লাদে ব্ৰহ্মাৰ বচন মতে লাহে লাহে তেওঁৰ ওচৰলৈ গৈ মাটিত দীঘল দি কৰযোৰ কৰি চৰণত ধৰি পৰি আছে। নৃসিংহই বহুত পৰৰ পাচত হাঁহি পেলালে আৰু নিজ হাতে প্ৰহ্লাদক কোলাত তুলি ললে। প্ৰহ্লাদে তেতিয়া অনেক কাকুতি কৰিলে ঃ—

কিবা স্তুতি নতি কৰিবোহোঁ আমি
অসুৰ ক্ৰুৰ স্বভাৱ।
ভয়ঙ্কৰ কোপ দেখিয়া তোমাৰ
প্ৰভু ভয় মোৰ নাই।
সংসাৰ চক্ৰৰ নিকাৰ দেখিয়া
সদায় ধাতু উৰাই।

এইদৰে বহুবিধ স্তুতি কৰি প্ৰহ্লাদ পৰি আছে। তেতিয়া নৰসিংহৰ খণ্ড মাৰ গ'ল আৰু প্ৰহ্লাদক কলে,

"তোমাৰ ভক্তিত মই তুষ্ট হৈছোঁ। এতিয়া কি বৰ লাগে লোঁৱা" তেতিয়া প্ৰহ্লাদে ক'লে—

"তোমাৰ অকাম ভৃত্য আমি
তুমিও নিষ্কাম মোৰ স্বামী"

এই কথা শুনি নৃসিংহই বৰ সন্তোষ পাই গদ গদ মাতেৰে ক'লে, "তোমাৰ নিচিনা ভক্তক একো বৰ দিব নেলাগে।

একৈশ্ পুৰুষ তোমাৰ উদ্ধাৰ হ'ল। এতিয়া পিতাৰৰ প্ৰেতাদি কাৰ্য্য কৰা। আৰু সদায় মোত চিত্ত অৰ্পণ কৰি কাম কৰিবা। মই একান্ত ভক্ত সকলৰ দাস। এই বুলি কৈ নৃসিংহ নাইকীয়া হ'ল।

ইয়াৰ পাচত প্ৰহ্লাদে বাপেকৰ প্ৰেতাদি কাৰ্য্য কৰি সকলোৱে অনুমতি মতে পিতাকৰ সিংহাসনত বিধি মতে উঠি ৰজা হৈ বহুত বছৰ ৰাজ্যশাসন কৰিলে।

# কংশ।

মথুৰাত উগ্ৰসেন নামে এজন ৰজা আছিল। তেওঁৰ কংশ নামে এজন পুতেক আছিল। এওঁ জৰাসন্ধ ৰজাৰ অস্তি আৰু প্ৰাপ্তি নামে দুজনী ছোৱালী বিয়া কৰালে। এওঁ সকবে পৰা খঙাল আৰু দুষ্ট আছিল। তেওঁৰ দৰেই জৰাসন্ধ শহুৰেকক পাই এওঁৰ দৌৰাত্ম্য দুগুণে চৰিল। এওঁ আনকি পিতাককো অনেক কষ্ট দিছিল। সকলো মানুহক দুখ দিয়াৰ সীমা নৰল। এনেতে এওঁৰ ভনীয়েক দৈবকীক বসুদেৱলৈ বিয়া দিলে।

বিয়াৰ দিনাই আকাশৰ পৰা দৈববাণী শুনিলে, "কংশ! দৈবকীৰ অষ্টম পুত্ৰই তোমাক মাৰিব।" এই কথা শুনিয়েই ভনীয়েকক মাৰি পেলাব খুজিছিল কিন্তু অনেকে ৰৰাই বুজাই হে তেতিয়া ৰাখিলে। বিয়াৰ পাচত বসুদেৱ—দৈৱকীক বন্দী-শালত সুমাই থলে। সময়ত এটা এটাকৈ সাতেটা লৰা হল। সাতোওটাক কংশই ওপজা মাত্ৰেই নি মাৰি পেলোৱালে। ইতি মধ্যে উগ্ৰসেনক বন্দী কৰি কংশ ৰজা হল।

ভাদ মাহৰ কৃষ্ণা অষ্টমীৰ দিনা দুপৰ ৰাতি ৰোহিনী নক্ষত্ৰত শ্ৰীকৃষ্ণৰ জন্ম হয়। সেই সময়ত ভয়ানক শিল বৰষুণ হৈছিল। পালী পহৰীয়া আটাই বোৰৰ টোপনি

আহিছিল। বসুদেৱে এনে সুযোগ পাই কংশৰ ভয়ত শ্ৰীকৃষ্ণক নন্দ যশোদাৰ ঘৰত পলুৱাই থলে। আৰু ঠিক সেই দিনাই ওপজা যশোদাৰ ছোৱালী যোগমায়াক আনি দৈবকীৰ বুলি প্ৰকাশ কৰিলে। এইকথা মাক বাপেকত বাহিৰে কেঁৱে গম নেপালে।

অবিশ্বাসী কংশই ৰাজত্য যিমান লৰা হৈছিল আটাইবোৰক মৰাই ফুৰিছিল। শ্ৰীকৃষ্ণকো মৰাবলৈ অনেক চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে? শেহত শ্ৰীকৃষ্ণ ডাঙৰ হৈ এদিন কংশৰ লগত যুজ কৰি কংশক মাৰি পেলালে। ককাক উগ্ৰসেনক ৰজা পাতি ৰাজ্যত শান্তি স্থাপন কৰিলে। দৈৱকী আৰু বসুদেৱক মুক্ত কৰিলে।

# সতী।

স্বায়ম্ভুব মুনিৰ ভৰ্য্যাৰ নাম শতৰূপা। তেওঁলোকৰ আকুতি, দেবপুতি আৰু প্ৰস্মুতি নামে তিনটি ছোৱালী হুয়। প্ৰস্মুতিক দক্ষলৈ বিয়া দিয়ে? এওঁলোকৰ যোলজনী ছোৱালী হয়। নিচেই সুমলীয়াটীৰ নাম সতী। এওঁক ব্ৰহ্মাৰ কথামতে মহাদেবলৈ বিয়া দিয়ে। মহাদেৱৰ গাত বাঘৰ ছাল মূৰত জঁট ডিঙ্গিত মানুহৰ মূৰৰ মালা। কঁকালত লেংটি কাষলটিৰ তলত ভাঙ্গ খোৱা সজুলীৰ এটা জোলোঙ্গা;—তেওঁৰ ঘৰ নাই দুৱাৰ নাই, আপোন নাই, পৰ নাই যতে ৰাতি ততে কাটি।

এদিন ভৃগু ঋষিয়ে এটা বৰ ডাঙ্গৰ যজ্ঞ পাতিছিল। সেই যজ্ঞলৈ ব্ৰাহ্মণ দেৱতা আদি সকলোকে মাতিছিল। সদাশিৱও বাদ পৰা নাছিল। যজ্ঞৰ দিনা সকলোবোৰ গৈ সভাত বহি থকাৰ পাচত দক্ষ সেই সভাত সোমালগৈ। এওঁক দেখি ব্ৰহ্মা আৰু বিষ্ণুৰ বাহিৰে আটায়ে বহাৰ পৰা থিয় হৈ যথাবিহিত সম্মান কৰিলে কিন্তু মহাদেৱে শহুৰেকক মান কৰক চাৰি তেওঁৰ ফাললৈ চকুৰেই নেচালে। শহুৰৰ এনে অনাদৰ দক্ষই সহিব নোৱাৰিলে। তেওঁৰ জোঁৱায়েকলৈ বৰ খঙ উঠিল আৰু সভাৰ আগতে শিৱক এইদৰে গালিপাৰি-

বলৈ ধৰিলে।—"সভাসদ সকল! চাওকচোন শিব কেনে নিলাজ। ই, ইয়াত থাকি আপোনালোকৰো মান হানি কৰিছে। চাওক চোন এই নাঙ্গঠা, লেতেৰা অঘৰীটোৱে কোনেও নকৰা কাম বোৰ কেনেকৈ কৰি ফুৰে। সি এই বিষয় দুখ পাওক চাৰি আনন্দ হে পায়। মোৰ সাবিত্ৰীৰ নিচিনা সতীক এই মদাহীটোলৈ ব্ৰহ্মাৰ খাটিৰত বিয়া দিলোঁ। ই এতিয়া মোৰ শিষ্য। ই মোক কি কৰিব লাগিছিল আৰু কি কৰিছে। ইয়ালৈ মোৰ ছোৱালী নিদিলো জানিবা শূদ্ৰিক বেদ জ্ঞান দিলোঁ। ই শ্মশানৰ মানুহ, মদখাই পৰি থাকিব লাগে, এই জ্ঞানী মণ্ডলীলৈ ইয়াক কোনে মাতিছিল?" এই দৰে উধাই মুধাই পাৰে মানে শিৱক গালি পাৰিবলৈ ধৰিলে। শঙ্কৰৰ খঙ্গ উঠক চাৰি এই বোৰ কথালৈ কাণ সাৰেই নহল। দক্ষৰ খং ইমান বেচিকৈ উঠিছিল যে তেওঁ আৰু তাত থাকিব নোৱাৰি ঘৰলৈ উলটি গল। এওঁ যোৱাৰ পাচত সদাশিৱৰ ফলীয়া জন চেৰেক লোকেৰে দক্ষৰ ফলীয়া জন চেৰেকেৰ কাজিয়া লাগিল। ক্ৰমাৎ উভয় দলৰে মৰা-মৰি লাগে যেন হল। কথা বিষম দেখি সদাশিৱই তেওঁৰ ফলীয়া কেজনক লগত লৈ কৈলাশলৈ গুচি গল।

দক্ষৰ ঘৰতো খঙ মাৰ নগল। শিবক কি উপায়ে অপমান কৰিব পাৰে সেই কথা দিনে ৰাতিয়ে ভাবিবলৈ ধৰিলে। দৈবাৎ এদিন ব্ৰহ্মা আহি দক্ষক কলেহি,—যদি তেওঁ এটা যজ্ঞ পাতি সকলোবোৰ দেৱতা বামুণ আনি খুৱাব পাৰে তেনে-

হলে তেওঁক সকলো বজাব ওপবত চক্রবর্ত্তী বজা পাতিব। দক্ষই যিহকে বিচাবিছিল তাকে পালে।

ব্রহ্মাব কথামতে বাজপেয় যজ্ঞ শেষ কবি বৃহস্পতি যজ্ঞ আবম্ভ কবিলে। ইয়াত সকলো দেব দেবতা মিতিব কুটুম লবা ছোৱালী, অঙহি বঙহী সকলোলৈকে ভাগ থলে কিন্তু নথলে অকল সতী আৰু মহাদেৱলৈ। নাবদক মানুহ মতাব ভাব দিলে। তেওঁক কলে স্বৰ্গ মৰ্ত্ত্যব ভিতবত কোনো দেৱতা ব্রাহ্মণেই বাদ নপবে যেন। কিন্তু সতীয়ে যেন এই কথাব ভূকে নেপায়। নাবদে আনন্দ মনেবে এই কামব ভাব ললে, আৰু দক্ষব আগত সীতব ঘব নোসোমাওঁ বুলিও কৈ থলে।

নাবদে মানুহক কাজিয়া লগাই ভাল পায়, সেইবাবেই হব পাই পোন প্রথমেই সতীব ঘবতেই সদাশিবই নেদেখাকৈ সোমাল আৰু সকলোকথা ভাঙ্গি পাতি কলে। এই কথা কিন্তু শঙ্কবে নজনা ভাবতে থাকিল।

যজ্ঞব দিন পবিল, লাহে লাহে এটি দুটিকৈ মানুহ যোৱা দেখি সতীব মন উগুলথুগুল লাগিবলৈ ধবিলে।

লাহে লাহে মহাদেৱব ওচব চাপি সতীয়ে কবলৈ ধবিলে—“নাথ! পিতাই মহাযজ্ঞ পাতিছে। তালৈ যাওঁহক বলক। তাত আমাক ভাল ভাল কাপোব আৰু অলঙ্কাব দিব। আই-বাই ইঁতক বহুত দিনব মূবত দেখি আনন্দ পাম। চাওক চোণ সোৱা অনেক নিলগীয়া মানুহো তালৈ গৈছে।” তেতিয়া

মহাদেৱে কলে, "প্ৰিয়ে পিতাৰাই যে যজ্ঞ পাতিছে তুমি কেনেকৈ জানিছা। যদিওবা জানিছা আমাক তো মতা নাই। এনে স্থলত আমি কেনেকৈ যাম ?" তেতিয়া সতীয়ে কলে।—"মই মাইকী মানুহ মই সেইবোৰ কথাৰ বুজ নেপাওঁ। মাকৰ ঘৰলৈ নেমাতিলেইবা গলে নো কি হব" ? তেতিয়া আকৌ সদাশিৱই মিচিকীয়া হাঁহি মাৰি কলে "সতী তাহানি যে ভৃগু মুণিৰ যজ্ঞত মোক গালি পৰাৰ কথা কৈছিলোঁ। মনত আছেনে ? আজি তাৰেহে প্ৰতিশোধ লব খুজিছে। গোটেই সংসাৰক মাতিবলৈ নেপাহ-ৰিলে অকল তোমাক আৰু মোক হে পাহৰিলে বুলি তুমি কব খোজানে ? ইফালে আকৌ তুমি তেওঁলোকৰ নুমলীয়া জীয়েক। অৱশ্যে পিতাবাৰ মোৰ প্ৰতি অন্তঃকৰণ শুদ্ধ বুলি জনা হলে নমতাকৈয়ো যাব পাৰিলা হেঁতেন কিন্তু তেওঁ মোক বেয়া পায় যে এই কথা খোলা খুলিকৈ কৈছে। মোৰ কাৰণে তোমাকো এৰিছে। শাস্ত্ৰত আছে বিদ্যা, তপস্যা, ধন, স্বাস্থ্য, বয়স আৰু কুল এই ছটা সজলোকৰ গাত থাকিলে ভাল আৰু অসজলোকৰ গাত থাকিলে বেয়া হে হয়। এতিয়া পিতাবাৰ এই বোৰ গুণ থাকি বিবেক শক্তিহে নষ্ট কৰিছে। এনে স্থলত তুমি তালৈ গলে অপমান হে পাবা। মোৰ কথা শুনা, তুমি যাব নেলাগে। এই কথা শুনি সতীয়ে কলে "পিতাৰ ওচৰত মান অপমান কি ? মই কাবৌ কৈ মাতিছোঁ। মোক আইৰ ওচৰলৈ যাবলৈ অনুমতি

দিয়ক। মোৰ মন বৰ উত্তাৰল হৈছে। তেতিয়া মহাদেৱে আকৌ কলে "মোক অপমান দিয়াৰ কথা ভাবিছোঁৱা; ভাতৰ তিতা খাব পাৰি মাতৰ তিতা খাব পাৰিনে? যি দিব থৰ নোৱাৰে যালৈ ভয় নাই যাৰ পৰা একো আশা কৰিব নোবাৰি তাক কোনে খাটিব কৰে? এতিয়া এবাৰ মোৰ অৱস্থালৈ মন কৰি এই আশা এৰি দিয়া।

সতী এতিয়া বিমোৰত পৰিল, এফালে গিৰিয়েকৰ হাক বচন ইফালে মাকৰ ঘৰলৈ যোৱাৰ হেপাহ! এই দুয়োটা ভাবে খুণ্ডিয়া খুণ্ডি কৰিবলৈ ধৰিলে। এখোজ আগলৈ দিয়ে এখোজ পাচলৈ দিয়ে শেহত মাকৰ ঘৰলৈ যোৱাকে স্থিৰ কৰিলে। মহাদেৱলৈ হাক দিয়াৰ কাৰণে বৰ খঙ উঠিল আৰু এক ভয়ঙ্কৰ মূৰ্ত্তি ধৰি ঘৰৰ পৰা ওলাল। মহাদেৱে একো উপায় নেপাই আগতে দীঘল দি পৰিল, সতীয়ে খঙ আৰু বেজাৰত নিজকে নিজে পাহৰি তেওঁৰ বুকত ভৰি দিয়েই গুচি গল। মহাদেৱে তেতিয়া জনচেৰেক অনুচৰক পাচত পঠিয়াই দিলে। সতীয়ে আৰু উলটি নেচাই পোনে পোনেই পিতাকে যজ্ঞ কৰি থকা ৰভা পালেগৈ।

যজ্ঞত পিতাকে সতীক দেখিও নেদেখা ভাও ধৰিলে, আয়েক আৰু বায়েক হঁতে আদৰ সাদৰ কৰিছিল কিন্তু সেই বোৰলৈ তেওঁ কান নকৰি যজ্ঞত সদাশিৱৰ ভাগ আছেনে নাই এইটো কথাহে চাই ললে।

যজ্ঞত ভাগ নেদেখি পিতাকক তাৰ কাৰণ সুধিলত

পিতাকে মহাদেৱক আগতকৈও বেচিকৈ গালি পাৰিবলৈ ধৰিলে। সদাশিবৰ ইফালে যজ্ঞত ভাগ নাই আনফালে সভাস্থলত মহাগুৰুক স্বামীৰ এনে নিন্দা শুনি সতীৰ খঙ আগতকৈও দুগুণে জ্বলিল। খঙত চকুৰেদি ফিৰিঙ্গতি ওলাল। এই ফিৰিঙ্গতিৰ পৰা কিছুমান ভূত প্ৰেত ওলাই দক্ষক মাৰিব খুজিলে কিন্তু সতীয়ে হাক দি ৰাখিলে। তাৰ পাচত সতীয়ে পিতাকক আধাফুটা মাতেৰে এই বুলি ক'লে "পিতা এই পৃথিবীত যাতকৈ ডাঙৰ নাই যাৰ প্ৰিয় অপ্ৰিয়, শত্ৰু মিত্ৰ নাই, যাৰ নাম উচ্চাৰণ কৰিলে লোকে স্বৰ্গলৈ যাব পাৰে যাক সকলোৰে পূজা কৰিলে, সি নোপজে আৰু নমৰে, তেওঁৰেই মোৰ স্বামী মোৰ এই মহাগুৰুক আপুনি আঁতৰৰ পৰা সামান্য যেন দেখি এনেদৰে অৱহেলা কৰিলে আৰু মোৰ আগতে মদপী নাঙ্গটা ম্লেচ আদি বুলি গালি পাৰিছে, অতএব আপুনি অতি নীচ আৰু অসৎ। যত স্বামীৰ নিন্দা হয় সেই ঠাই এৰিব লাগে বা নিন্দা কৰা জনৰ জিভা কাঢ়িব লাগে বা সেই ঠাইতে প্ৰাণত্যাগ কৰিব লাগে।—এইয়ে পতিব্ৰতা ধৰ্ম্ম—এতিয়া আপুনি মোৰ পিতা অতএব প্ৰাণত্যাগ কৰাহে যুগুত, "এই বুলি জন্মে জন্মে সদাশিৱেই যেন তেওঁৰ স্বামী হয় এই কথা ভাবি তেওঁ প্ৰাণত্যাগ কৰিলে।"

সতীৰ এইদৰে মৰা দেখি সকলো অবাক হল, অনেকে অনেক ভাল বেয়া কথা কবলৈ লাগিল। ইফালে এই বাত্ত্ৰি নিমিষতে মহাদেৱৰ ওচৰ পালেগৈ, মহাদেৱে শুনিয়েই ডাঙৰ

জোলোঙ্গাটোরে বাঘছাল খনে আবি লোকাবিলৈ থিয় হ'ল। জতাব পবা বীৰভদ্ৰ নামে এটা যক্ষ উলিয়ালে আৰু অনেক ভূত, প্ৰেত লগত লৈ "ববম্" ববম্ বুলি দক্ষৰ ঘৰৰ ফালে খোজ ললে। বহুত আতৰৰে পৰা ভূত প্ৰেত বোৰৰ চিঞৰ বাখৰ শুনিবলৈ পালে আৰু অলপ পাচত ধুলি উৰাই শিৱই অনুচৰে সৈতে ৰভাতল পালেহি সদাশিৱই পোনেই সতীৰ মৰাশ দাঙ্গি কানলৈ ললে। অনুচৰ সকল কুহিয়াৰনিত হাতী সোমোৱাৰ দৰে এপিনৰ পৰা যজ্ঞত থকা দেৱতা বামুণ সকলক মাৰি নিবলৈ ধৰিলে। যি সাৰিলে পলাই সাৰিলে। মহাদেৱে কোঢ়ালৰ মাজতে চিঞৰি বীৰভদ্ৰক দক্ষক মাৰি পেলাবলৈ কলে। বীৰভদ্ৰই হাঁহৰ দৰে মুচৰি মূৰ ছিঙ্গি জুইত পুৰি পেলালে। ইকালে সদাশিৱৰ ৰুদ্ৰ মূৰ্ত্তী দেখি দেৱতা সকল ভয় খাই বিষ্ণুৰ ওচৰ পালে গৈ। ব্ৰহ্মা বিষ্ণু আৰু মুখিয়াল দেৱতা সকল গৈ মহাদেৱক অনেক কাকুতি মিনতি কৰিলত তেওঁৰ খঙ মাৰ গল আৰু কলে, দক্ষৰ নিচিনা লৰা মতীয়া লোকৰ দোষ ধৰা দূৰে থাওক মই সেইটো কথা মনতো অনা নাই। মই কেৱল মুৰ্খক হে জ্ঞান দিছোঁ বাৰু দক্ষ আকৌ আগৰ নিচিনা হওক। মূৰটো জুইত পুৰি পেলালে সেইবাবে ছাগৰ মূৰ এটা খুৱাই দিবা। সামান্য লোক সকলো আগৰ দৰে হক। আৰু বিষ্ণু আগত থাকি যজ্ঞ শেষ ৰৰক।

এই বুলি কৈয়েই সতীক কানত লৈ গোটেই পৃথিবী

ভ্ৰমণ কৰিবলৈ লাগিল। বিষ্ণুৱে উপায় নেপাই সদাশিৱই গম নোপোৱাকৈ সুদৰ্শনেৰে সতীৰ দেহাটো ডোখৰ ডোখৰকৈ কাটি যাবলৈ ধৰিলে। এই দৰেই একাৱন্ন খণ্ড কৰি সতীক কাটে। যত এই বোৰ পৰিলে এতিয়া সেই আটাই বোৰেই একোখন পীঠ। কামাখ্যাও এক পীঠ বা তীৰ্থস্থান ইয়াত সতীৰ যোনী পৰিছিল সেইবাবেই মহাপীঠ।

ইয়াৰ পাচত সতীয়ে হিমালয় ৰজাৰ মহিষী মেনকাৰ গৰ্ভত গৌৰী নাম লৈ জন্ম হয়। সদাশিৱই হৰ ৰূপ ধৰি এওঁক বিয়া কৰায়। এই দুজনা স্বামী স্ত্ৰীৰ এনে মৰম আৰু ভক্তি দেখিয়েই আজিও লোকে দৰা ছোৱালীক "হৰগৌৰী" বসতি কৰক বুলি আশীৰ্ব্বাদ দিয়ে।



# শ্ৰীকৃষ্ণ।

মথুৰাৰ ৰজা উগ্ৰসেনৰ জীয়েক দৈৱকীক যদুবংশৰ বসু-দেৱে বিয়া কৰায়। এওলোকৰ আঠোটা লৰা হয়, নুমলীয়া পুতেকৰ নাম শ্ৰীকৃষ্ণ। এও দ্বাপৰ যুগৰ শেষ ভাগত, ভাদ মাহৰ ৰোহিনী নক্ষত্ৰত দুপৰ ৰাতি কংশৰ বন্দীশালত জন্ম হয়। কংশই পিতাকক বন্দী কৰি নিজে ৰজা হৈছিল, ভাগিনীয়েকৰ হাতত মৰিব বুলি দৈববাণী হোৱাত ভনীয়েক আৰু বৈণায়েকক বন্দী কৰি থৈছিল। আগৰ সাতটা কংশই মাৰিলে। শ্ৰীকৃষ্ণ জন্ম হোৱাৰ সময়ত পালি প্ৰহৰীয়াৰ টোপনি আহিল, শিল, বতাহ বৰষুণ আনিছিল আৰু হঠাৎ দৈৱকীৰ হাত ভৰিৰ বান্ধ মুকলি হৈ গল, ফাটেকৰ দুৱাৰ এনেয়ে মুকলি হ'ল।

শ্ৰীকৃষ্ণ জন্ম হোৱামাত্ৰেই এনে সুবিধা দেখি কংশৰ ভয়ত নন্দৰ ঘৰত শ্ৰীকৃষ্ণক পলুৱাই ৰাখি তেওঁৰ সেই দিনা ওপজা যোগমায়াক লৈ আহিল। যি সময়ত শ্ৰীকৃষ্ণক সলাই যোগমায়াক আনে নন্দ যশোদায়ো ক'ব নোৱাৰিলে। তেওঁলোক শ্ৰীকৃষ্ণক নিজৰ লৰা বুলিহে ভাবিলে।

কেচুৱা কালতে শ্ৰীকৃষ্ণই অনেক আচৰিত আচৰিত কাৰ্য্য কৰিছিল। অলপ ডাঙৰ হৈয়ে আন আন লৰাৰ লগত গোঁসায়ে গৰু চৰাবলৈ লাগিল। এওঁৰ ৰূপ, গুণ আৰু

বলত সকলো ব্ৰজবাসী মোহিত হৈছিল আৰু বৰ ভাল পাইছিল। লৰাকালতে কংশই পঠিয়া পুতনা, তৃণাবৰ্ত্ত, অঘ আদি অসুৰ আৰু অসুৰী বোৰক মাৰিছিল। কালীয় নাগৰ দৌৰাত্ম্যত কোনো মানুহে কালিন্দী হ্ৰদৰ পানী খাব নোৱাৰা হলত সেই সাপক মাৰি লোকৰ উপকাৰ কৰে। এওঁৰ উপদেশ মতেই গোপ সকলে ব্ৰজৰ পৰা বৃন্দাবনলৈ ঠাই সলনি কৰে।

অনেক যত্ন কৰিও কৃষ্ণক মাৰিব নোৱাৰি কংশই ধেনু নামে এটা যজ্ঞ পাতি তালৈকে তেওঁক আনিবলৈ অক্ৰুৰক পঠিয়াই দিলে। অক্ৰুৰৰ মুখৰ পৰা কংশৰ অত্যাচাৰৰ কথা শুনি তেওঁক মাৰিবৰকাৰণ ককায়েক বলোৰামে সৈতে মথুৰালৈ যায়। কংশই আকৌ এওঁলোকক মাৰিবৰ কাৰণ হাতী আৰু মাল আগধৰি পঠিয়াই দিয়ে। বাটত এইবোৰ মাৰি সভাত উপস্থিত হয়গৈ। তাত অনেক বাক-বিতন্দাৰ পাচত কংশ আৰু শ্ৰীকৃষ্ণৰ যুজ হয়। যুজত কংশক মাৰে। তেতিয়া সকলোৱে শ্ৰীকৃষ্ণক ৰজা হবলৈ অনুৰোধ কৰে। কিন্তু কৃষ্ণ নিজে ৰজা নহৈ ককাক উগ্ৰসেনক ৰজা পাতি নিজে অন্যান্য যাদব সকলৰ দৰে তাতে থাকে।

ইমান দিনেও কৃষ্ণৰ পঢ়া শুনা হোৱা নাই বুলিলেও হয়। সেই কাৰণ দাদাকে সৈতে কাশীৰ ওচৰত থকা অবন্তিপুৰৰ সান্দীপনী মুনিৰ ওচৰ পায়গৈ। গুৰু গৃহত অলপ দিন থাকিয়েই সকলো শাস্ত্ৰত দুয়োজন পাকৈত হয়। তেতিয়া

গুৰুৰে দক্ষিণা স্বৰূপ পঞ্চজন দৈত্যই চুৰকৈ নিয়া মুনিৰ পুত্ৰক
আনি দিবলৈ খাটে। তেতিয়া তেওঁলোক দুয়ো পঞ্চজনক
মাৰি গুৰু পুত্ৰক আনি দিয়ে। আৰু সেই দৈত্যৰ পৰা
পাঞ্চজন্য শঙ্খ পাই ঘৰলৈ উলটি আহে।

মগধৰ ৰজা জৰাসন্ধই জোৱাঁয়েক কংশক মৰাত খণ্ড উঠি
কুৰি অক্ষৌহিনী সেনালৈ শ্ৰীকৃষ্ণকে আদি কৰি এটাই যদুকুল
ধ্বংস কৰিবৰ কাৰণ ওঠৰ বাৰ মথুৰালৈ আহে কিন্তু প্ৰত্যেক
বাৰেই শ্ৰীকৃষ্ণৰ কৌশলত হাৰি গুচি যায়। শেহত জৰাসন্ধই
কালযবনৰ সহায় লয়। এনে দুটা প্ৰবল শত্ৰুৰ লগত যুজ
কৰি প্ৰজা ক্ষয় কৰাতকৈ সেইঠাই এৰি যোৱাই ভাল যেন
ভাবি আন আন লোক সকলক বুজাই তাৰ পৰা দ্বাৰকালৈ
ৰাজধানী উঠাই নিয়ে। তাৰ পিচত অকলে মথুৰালৈ আহি
বুদ্ধিৰে মুচুকুন্দ ৰজাৰ পৰ্ব্বতৰ গুহালৈ লৈ গৈ কালযবনক
বধ কৰে।

ৰজা ভীষ্মকৰ জীয়েক ৰুক্মিণী বৰ ৰূপবতী আৰু গুণবতী
আছিল। তেওঁ শ্ৰীকৃষ্ণৰ ৰূপৰ কথা শুনি পতি স্বৰূপে
পাবলৈ আৰাধনা কৰে, আৰু চিঠিৰে তেওঁৰ লগত বিয়াৰ
দিহা কৰে। তাৰ পিচত ৰুক্মিণীৰ ককায়েক ইঁতে বিয়া
পাতে তেনেতে শ্ৰীকৃষ্ণই ৰুক্মিণীক চুৰকৈ লৈ যায়। ৰুক্মিণীৰ
ককায়েক ৰুক্মবীৰে খেদি যায়। বাটতে উভটি ধৰি যুজ
লাগে। যুজত ৰুক্মবীৰ সমুলি হাৰে। ভনীয়েকৰ খাটনিত
নেমাৰি মূৰ খুৰাই এৰি দিয়ে। ককায়েকেও লাজত আৰু

ঘৰলৈ উভটি নাতি তাতে ৰাজ্য পাতি বসাই থাকে। সেই ৰাজ্যই হেনো বৰ্ত্তমান কেঞাৰ দেশ, সেই পূৰ্ব্ব প্ৰথামতে এতিয়াও কেঁঞাই মুৰ খুৰাব লাগে। বৰ্ত্তমান গোটেইটো মূৰ নুখুৰাই মাজে মাজে খুৰাই বুলি ইয়াত জন প্ৰবাদ প্ৰচলিত। ৰুক্মিণীৰ গৰ্ভত প্ৰদ্যুম্নকে আদি কৰি দহোটা লৰা হয়।

শ্ৰীকৃষ্ণই পঞ্চ পাণ্ডৱক বৰ ভাল পাইছিল। অৰ্জ্জুনৰ লগত সখী বন্ধাইছিল। দ্ৰৌপদীৰ স্বয়ম্বৰত শ্ৰীকৃষ্ণ উপস্থিত আছিল। অৰ্জ্জুনে লক্ষ্য ভেদ কৰি দ্ৰৌপদীক পোৱাৰ পাচত ছদ্মবেশী ভীমাৰ্জ্জুনৰ সৈতে যেতিয়া আন আন ৰজাৰ যুজ লাগে, শ্ৰীকৃষ্ণ মধ্যস্থ হৈ যুজ এৰুৱাই দিয়ে। যুধিষ্ঠীৰে ৰাজসূয় যজ্ঞ কৰোতে শ্ৰীকৃষ্ণ নিজে ইন্দ্ৰপ্ৰস্থত উপস্থিত থাকি যাতে যজ্ঞ সুকলমে হয় তাৰ কাৰবাৰ কৰিছিল যজ্ঞ আৰম্ভৰ পূৰ্ব্বতে ভীমাৰ্জ্জুনে সৈতে জৰাসন্ধ ৰাজাৰ ওচৰলৈ গৈ বন্দী ৰজা সকলক মুকলি কৰি দিবলৈ কয় নাইবা তেওঁ-লোক তিনি জনৰ ভিতৰত এজনেৰে সৈতে যুজ কৰিবলৈ কয়। জৰাসন্ধই ভীমকে শকত যেন দেখি, তেওঁৰে সৈতে যুজ কৰে, আৰু যুজত জৰাসন্ধ মৰে। আৰু ৰজা সকলক মুকলি কৰি দি যজ্ঞলৈ গুচি আহে। ভীষ্মৰ কথা মতে অৰ্চ্চণাৰ অৰ্ঘ সকলোতকৈ আগত শ্ৰীকৃষ্ণক দিয়াত শিশুপালৰ খঙ উঠি শ্ৰীকৃষ্ণক নিন্দা কৰে আৰু শ্ৰীকৃষ্ণই সুদৰ্শনেৰে শিশুপালক কাটি পেলায়।

শ্ৰীকৃষ্ণৰ ইচ্ছামতে অৰ্জ্জুনে সুভদ্ৰাক চুৰ কৰি আনে, খাণ্ডৱ দাহনত সহায় কৰাৰ বাবে অগ্নিয়ে সুদৰ্শন চক্ৰ আৰু কৌমদকী গদা দিয়ে। উত্তৰাৰ সৈতে অভিমন্যুৰ বিয়াত শ্ৰীকৃষ্ণই নিজে আগত থাকি বিয়াৰ কাৰ্য্য শেষ কৰোৱায় তাৰে পিচত দুৰ্য্যোধনেৰে সৈতে মিত মাত কৰাবৰ কাৰণ হস্তিনালৈ পাণ্ডৱৰ পক্ষৰ দূত পঠিয়াই তেওঁ দ্বাৰকালৈ গুচি যায়। শেহত শ্ৰীকৃষ্ণই নিজেও কুৰুক্ষেত্ৰৰ যুজ নহবৰ কাৰণ অনেক চেষ্টা কৰি দুৰ্য্যোধনৰ মন ঘূৰাব নোৱাৰি ঘৰলৈ গুচি যায়। যুজ লগা ঠিক হোৱাত অৰ্জ্জুন আৰু দুৰ্য্যোধন দুয়ো এওঁক বিচাৰি ঘৰলৈ যায়। শ্ৰীকৃষ্ণই টোপনি ভাও ধৰি শুই থাকে। আত্মাভিমানী দুৰ্য্যোধনে মূৰৰ ফালে থকা আসনত আৰু অৰ্জ্জুনে ভৰিৰ ফালে থকা আসনত বহে। সাৰ পাই পূৰ্ব্বৰ কথা মতে শ্ৰীকৃষ্ণই পাণ্ডৱৰ পক্ষ লয় আৰু অৰ্জ্জুনৰ ৰথৰ সাৰথি হয়। দুৰ্য্যোধনক মন ভাল লগাবলৈ তেওঁ নিজে কুৰুক্ষেত্ৰৰ যুজত অস্ত্ৰ নধৰো বুলি কলে আৰু দুৰ্য্যোধনৰ কথা মতে এক অৰ্ব্বুদ নাৰায়ণী সেনা তেওঁক দিলে।

কুৰুক্ষেত্ৰৰ যুজৰ মাজত অৰ্জ্জুনে জ্ঞাতি বধৰ ভয়ত যুজ নকৰো বুলি ধনুশৰ পেলাই দিয়াত শ্ৰীকৃষ্ণই অনেক প্ৰকাৰ বুজণি দি তেওঁক যুজ কৰিবলৈ মান্তি কৰায়। এই বুজনি বোৰেই জগৎ বিখ্যাত শ্ৰীমদ্ভগবদ্ গীতা। তৃতীয় আৰু নৱম দিনা পাণ্ডৱ হাৰে যেন দেখি, নিজেও শৰত জৰ্জ্জৰিত হৈ

অর্জ্জুনক ককাকে সৈতে অলপ কমাই যুজ কৰা যেন দেখি ভীষ্মক মাৰিবলৈ নিজেই খেদা মাৰি গৈছিল; কিন্তু অর্জ্জুনে ওভোটাই আনে। ভগদত্তৰ বৈষ্ণবাস্ত্ৰবাণ অর্জ্জুনে কাটিব নোৱাৰাত শ্ৰীকৃষ্ণই নিজে বুকু পাতিলয়। সকলো বিষয়তে শ্ৰীকৃষ্ণৰ সহায়ত পাণ্ডৱে যুজত জিকে। অশ্বত্থামাই উত্তৰাৰ গর্ভ নষ্ট কৰিব খোজাত শ্ৰীকৃষ্ণই সেই গর্ভস্থ সন্তান ৰক্ষা কৰে।

শ্ৰীকৃষ্ণই অলেখ যুজ কৰিব লগীয়া হৈছিল, কেতিয়াবা জ্ঞাতি কুটুমৰ কাৰণ, কেতিয়াবা দুষ্টৰ অত্যাচাৰৰ পৰা ঋষি মুণি সকলক ৰক্ষা কৰিবলৈ অনেক যুজ কৰিছিল! কংশ, জৰাসন্ধ, পঞ্চজন, কালযৱন, শিশুপাল, শৃগাল, বানাসুৰ, হংস ডিম্বক, নৰকাসুৰ, নিকুম্ভ, পৌণ্ড্ৰক আদি অনেক বীৰ শ্ৰীকৃষ্ণৰ হাতত মৰিল। এওঁ কিন্তু নিজে যুজ কৰো বুলি কাৰো লগত কৰা নাই। নোৱাৰাত হে এই বোৰক মাৰিছে। বৰঞ্চ হাতে প্ৰাণীবধ নহয় তাৰে হে সদায় চেষ্টা কৰিছিল।

নিজৰ ভিতৰত কাজিয়া লাগি যেতিয়া যদুবংশ নষ্ট হল, তেতিয়া শ্ৰীকৃষ্ণই দাৰুকক হস্তিনালৈ অর্জ্জুনক আনিবলৈ পঠিয়াই বসুদেৱক ব্ৰজ আৰু তাত থকা তিৰুতা সকলক গতাই দি নিজে বনলৈ গৈ এজোপা গছৰ তলত বহি যোগ আৰম্ভ কৰিবলৈ লাগিল। এই দৰে থাকোতেই জৰা নামে এটা ব্যাধে হৰিণ বুলি শ্ৰীকৃষ্ণৰ ভৰিতে শৰ মাৰি দিলে আৰু তাৰ বিষতে শ্ৰীকৃষ্ণই প্ৰাণ ত্যাগ কৰিলে,—অর্জ্জুনে শ্ৰীকৃষ্ণক জীয়াই থাকোতে নেপালেহি।

শ্ৰীকৃষ্ণক হিন্দুৱে বিষ্ণুৰ পূৰ্ণ অৱতাৰ বুলি মানে। ভাগৱতৰ মতে দশম অৱতাৰ; এওঁৰ নাম সহস্ৰাধিক; জীৱনৰ একো একোটি ঘটনাকে লীলা বোলে। এওঁৰ লীলা কীৰ্ত্তন কৰাই বৈষ্ণৱৰ ধৰ্ম্ম। এওঁৰ লীলাৰ সমষ্টিয়ে দ্বাদশ স্কন্ধ ভাগৱত আৰু তাৰ পৰাই উলিওৱা অসমীয়া কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী আদি পুথি। সকলো হিন্দুৱে কৃষ্ণৰ নাম উচ্চাৰণ কৰি মৰিব পাৰিলে ঘুৰাই জনম নহয় বুলি আজি লৈকে বিশ্বাস কৰে।



# বিশ্বামিত্র

গাধিৰ পুতেক বিশ্বামিত্র। বাপেক মৰাৰ পিচত পিতকৰ সিংহাসনত উঠি নিয়ম মতে ৰজা হৈ প্ৰবল প্ৰতাপেৰে ৰাজ্য চলাবলৈ আৰম্ভ কৰে। এওঁৰ এশ পুতেক, অতুল ধন সম্পত্তি আৰু অসংখ্য সৈন্য আছিল।

এদিন এক অক্ষৌহিনী সৈন্য আৰু পুতেক হতক লৈ মহৰ্ষি বশিষ্ঠৰ আশ্ৰমলৈ গল। বশিষ্ঠৰ শবলা নামে এজনী কামধনু আছিল। কামধেনুজনীৰ অশেষ গুণ, যিহকে গৃহস্থক লাগে তাকে দিব পাৰে। ঋষিয়ে ৰজা অহা দেখি কামধেনুক জনাই ৰজাৰ উপযোগী সকলো খোৱা বস্তু আৰু শোৱা সামগ্ৰী আনি ৰজাক আৰু তেওঁৰ লগত অহা মানুহক ৰজাৰ ঘৰতকৈও সুখেৰে ৰাখিলে। বশিষ্ঠ এজন হাবিত থকা ফকীৰ; তেওঁৰ বাহিৰে ভিতৰে একো নাই—আছে মাথোন এজনী গৰু আৰু তেওঁ। এনে অকলশৰীয়াকৈ থাকি অত বোৰ বস্তু কৰ পৰা পালে এই কথা ৰজাই ভাবি উলিয়াবকে নোৱাৰিলে। উপায় নেপাই ঋষিক কথাটো সুধিলে, ঋষিয়ে গৰু জনীৰ গুণৰ কথা ভাঙ্গি কলে।

গৰু জনীৰ কথা শুনি ৰজাৰ লোভ লাগিল। পাচ দিনা পুৱাই ঋষিক বিশ্বামিত্ৰই কামধেনু জনী খুজিলে কিন্তু বশিষ্ঠই প্ৰাণ থাকে মানে গৰু নিদিও বুলি খোলোচা কৈ দিলে।

ইয়াতে ৰজাৰ বৰ খঙ উঠিল কথাই কথাই কাজিয়া হ'ল। ৰজাই তেতিয়া পুতেক ইতক আৰু সৈন্যবোৰক বলেৰে কামধেনু কাঢ়ি আনিবলৈ পাচিলে,সৈন্য সামন্ত থাও থাও মূৰ্ত্তি ধৰি খেদা মাৰিলে। তেতিয়া মুনিয়ে কামধেনু শবলাক কলে, "মই নিজে তোমাক ৰজাৰ হাতৰ পৰা ৰখাব নোৱাৰো, যদি পাৰা নিজেই নিজৰ আত্মৰক্ষা কৰা। এই বুলি কোৱা মাত্ৰেই শবলাৰ গাৰ পৰা অসংখ্য ৰনুৱা চিপাহী ওলাই বিশ্বামিত্ৰৰ সৈন্যৰ ওপৰত পৰিলগৈ আৰু চকু চাওতেই ৰজাৰ সৈন্য নাইকিয়া হল। বিশ্বামিত্ৰৰ পুতেক ইন্তে আকৌ মুনিলৈ খেদা মাৰি গৈছিল কিন্তু মহৰ্ষিৰ ব্ৰহ্ম তেজেৰে ৰজাৰ এশ পুতেকক ভস্ম কৰি পেলালে। শবলাৰ গাৰ পৰা ওলোৱা সৈন্য শবলাতে মৰি গল।

বিশ্বামিত্ৰ বৰ অভিমানী ৰজা আছিল। এজন হাড় চাল ওলোৱা গচৰ ফল মূল খাই থকা বামুনৰ হাতত হৃষ্ট পুষ্ট এশ পুতেক আৰু এক অক্ষৌহিনী সৈন্যৰ নাম কৰলৈ নোহোৱা হলত বৰ বেজাৰ মনেৰে ৰাজ্যলৈ গুচি আহিল। ৰাজ্য পায়েই ঘৰত এৰিথৈ যোৱা লৰাটোকে ৰাজ্য গতাই দি বনলৈ গৈ মহাদেৱক আৰাধনা কৰিবলৈ লাগিল, কিছুকাল তপস্যা কৰাৰ পাচত মহাদেৱ তেওঁৰ ভক্তিত সন্তুষ্ট হৈ বৰ দিবলৈ আহি তেওঁৰ আগত ঠিয় হলহি। বিশ্বামিত্ৰই ধনুৰ্ব্বেদত বৰ পাকৈত হবলৈ বুলি বৰ মাগলে। মহাদেৱ "তথাস্তু" বুলি গল। মহাদেৱৰ বৰ পাই বিশ্বামিত্ৰই পূৰ্ব্ব শত্ৰু মহৰ্ষি বশিষ্ঠৰ

প্ৰতিশোধ লবৰ মনেৰে ঋষিৰ আশ্ৰম সোমাই তেওঁৰ তপোবন একালৰ পৰা ভাঙ্গি চিঙ্গি যাবলৈ ধৰিলে। মুনিয়ে এনেদৰে তপোবন নষ্ট কৰাৰ কাৰণ সুধিলত বিশ্বামিত্ৰই সোধ পোচ নোহোৱাকৈ তেওঁৰ ওপৰত শৰ বৰষিবলৈ লাগিল। কিন্তু মহৰ্ষিয়ে ব্ৰহ্ম দণ্ড হাতত লৈ বিশ্বামিত্ৰৰ সমস্ত অস্ত্ৰ ওফোৰাই পেলালে; এই দৰে ভুনাই লাজ পাই ক্ষত্ৰ বলতকৈ ব্ৰহ্ম বল শ্ৰেষ্ঠ বুলি বুজি নিজে ব্ৰাহ্মনত্ব পাবৰ কাৰণ চেষ্টা কৰিবলৈ ধৰিলে।

তেওঁৰ পত্নীয়ে সৈতে দক্ষিণ ফাললৈ গৈ কঠোৰ তপ কৰিবলৈ লাগিল। বহু বছৰৰ পাচত ব্ৰহ্মাই তপস্যাত তুষ্ট হৈ এওঁক ৰাজৰ্ষি পাতেহি।

ইয়াৰ কিছুদিনৰ পাচত ত্ৰিশঙ্কু নামে এজন ৰজাই সশৰীৰে স্বৰ্গ লৈ যাবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁৰ গুৰু আৰু লৰা ছোৱালী বোৰৰ পৰা যাব নোৱাৰিলে তাৰ পিচত তেওঁ বিশ্বামিত্ৰত শৰণাপন্ন হলগৈ। ৰাজৰ্ষি বিশ্বামিত্ৰই তেওঁৰ ইষ্ট সিদ্ধিৰ কাৰণ এটা যজ্ঞ কৰিলে আৰু সশৰীৰে স্বৰ্গ লৈ পঠিয়াই দিলে, কিন্তু দেৱতা সকলৰ আদেশত পৃথিবীলৈ নামি আহা দেখি বিশ্বামিত্ৰই নিজৰ তপৰ বলত মাজতে দ্বিতীয় ব্ৰহ্মাণ্ড সৃষ্টি কৰিবলৈ কাৰবাৰ কৰিলে। ইয়াকে দেখি দেৱতা সকল তেওঁৰ ওচৰলৈ আহিল আৰু তেওঁ যে নতুনকৈ তৰা-বোৰ সৃজিছিল তাৰ মাজতে ত্ৰিশঙ্কুক থাকিবলৈ দিলে আৰু

তেওঁক নতুন সৃষ্টি কৰাৰ পৰা ক্ষান্ত কৰাই দেৱতা সকল ঘৰা ঘৰি গুচি গল।

এই দৰে দক্ষিণত তপৰ বিঘিনি হলত বিশ্বামিত্র পশ্চিম ফাললৈ, পুষ্কৰৰ পাৰত থকা হাবি এদৰাৰ মাজত তপস্যা কৰিবলৈ বহিল গৈ।

এই সময়ত অযোধ্যাৰ ৰজা অম্বৰীষে এটা যজ্ঞ পাতি ছিল। ইন্দ্ৰই সেই যজ্ঞৰ বলি টো চুৰ কৈ নিলে। পুৰো-হিতে ৰজাক এটা নৰবলি দি যজ্ঞৰ বিঘিনি গুচাবলৈ কলে, ৰজাই বলি বিচাৰি ফুৰি ফুৰি সব শেহত ঋচিক মুনিৰ মাজিউ পুতেক শুনঃশেফকক পালে গৈ আৰু তেওঁক লৈ ঘৰ লৈ উভতি আহিল। উভটি আহোতে ৰাতি হ'লত বাটতে বিশ্বামিত্রৰ আশ্ৰমত থাকিল। শুনঃ শেফকে ৰাজৰ্ষিৰ ওচৰত শৰনাপন্ন হৈ প্ৰাণ ভিক্ষা মাগিলে, বিশ্বামিত্রই অগ্নিৰ স্তব শিকাই দিলে, সেই স্তব পাঠ কৰি শুনঃ শেফকে অগ্নিৰ মাজৰ পৰা ৰক্ষা পৰিল।

ইয়াতে বহুদিন কঠোৰ তপস্যা কৰিলত ব্ৰহ্মা তুষ্ট হ'ল, এওঁৰ ওচৰলৈ আহি ঋষিত্ব প্ৰদান কৰিলে। বিশ্বামিত্রই কিন্তু ইয়াত সন্তোষ নেপাই আকৌ উগ্ৰতপ আৰম্ভ কৰিলে; এদিন অপ্সৰা মেনকা পুষ্কৰ তীৰ্থত স্নান কৰিবলৈ আহিছিল। ঋষিয়ে তেওঁক দেখি মোহ গল আৰু তেওঁৰে সৈতে দহ বছৰ থাকিল। এই সময়ত মেনকাৰ গৰ্ভত শকুন্তলাৰ জন্ম হয়। দহ বছৰৰ পিচত বিশ্বামিত্রৰ তপৰ কথা মনত পৰিল।

মেনকাক বিদায় দি বৰ বেজাৰ মনেৰে উত্তৰ ফাললৈ যাত্ৰা কৰিলে। হিমালয় পৰ্ব্বতৰ দাঁতিৰ কৌশকী নৈৰ পাৰত তপস্যা কৰিবলৈ বাহি গ'ল।

বহুত দিন তপস্যা কৰি থকাৰ পিচত বিশ্বামিত্ৰৰ ওচৰলৈ ব্ৰহ্মা আহি মহৰ্ষিত্ব দিলেহি, কিন্তু কলে "তোমাৰ সিদ্ধি লাভ কৰিবলৈ বহুত দিন আছে কিয়নো এতিয়াও তুমি ইন্দ্ৰিয় জয় কৰিব পৰা নাই। এই কথা শুনি বিশ্বামিত্ৰই আকৌ তপস্যা কৰিবলৈ ধৰিলে।

এই সময়ত এওঁৰ তপ ভাঙ্গিবলৈ ইন্দ্ৰৰ আদেশত ৰম্ভা ওচৰলৈ আহিছিল। মহৰ্ষিৰ খঙ উঠি তেওঁক শিলহৈ থাকিবলৈ শাও দিলে, পাচত খঙ উঠা বাবে তপস্যা নষ্ট হোৱাত তাৰ পৰা পূব ফাললৈ গৈ তপস্যা কৰিবলৈ ধৰিলে। ব্ৰাহ্মনত্ব পোৱাৰ পূৰ্ব্বেই, কল্মাষ পাদ নামে এজন ৰজাক বশিষ্ঠৰ বৰ পুতেক শক্তিয়ে কিবা কাৰণত ৰাক্ষস হবলৈ বুলি শাও দিয়ে। বিশ্বামিত্ৰৰ কৌশলতে ৰাক্ষসৰূপী কল্মাষ পাদে বশিষ্ঠৰ এশ পুতেকক খায় পেলায়। আৰু এই দৰেই বিশ্বামিত্ৰই প্ৰতিশোধ লয়।

বহুত বছৰৰ মূৰত এইবাৰ ইন্দ্ৰিয় জয় কৰিব পাৰিলে, ব্ৰহ্মাই আহি ব্ৰাহ্মণত্ব দিলেহি। বিশ্বামিত্ৰই ব্ৰহ্মৰ্ষিৰ,— পৰমায়ু, চতুৰ্ব্বেদ আৰু ওঁঙ্কাৰ লাভ কৰিলে। মনোৰথ সিদ্ধি হলত তেওঁ বৰ আনন্দ পালে আৰু বশিষ্ঠেৰে সৈতে মিতিৰ পাতিলেগৈ।

এদিন ব্ৰহ্মৰ্ষি বিশ্বামিত্ৰই তেওঁৰ ফুলনি বাৰীত ধেমালী কৰি থকা অপ্সৰী তিনিজনী ধেমালিতে ধৰি আনিবলৈ মানুহ পঠিয়াই দিছিল। পাচে সিহঁতে ভয় খাই "মৰিলোঁ ঔ" বুলি চিঞঁৰ মাৰি লৰ মাৰিলে। দৈবাৎ অযোধ্যাৰ ৰজা হৰিশ্চন্দ্ৰই সেই বনতে মৃগয়া কৰিবলৈ আহিছিল ; তিৰো-তাৰ কান্দোন যেন শুনি লৰ মাৰি সেই ঠাই পালেগৈ। পাই দেখে যে অকল মহৰ্ষিয়ে আগতে জুই একুৰা লৈ চকুমুদি বহি আছে। হৰিশ্চন্দ্ৰই আগেয়ে বিশ্বামিত্ৰৰ নাম হে শুনি ছিল কিন্তু এই পৰ্য্যন্ত দেখা নাছিল। চিনিব নোৱাৰি কোনোবা ভণ্ডই জুইত মাইকী মানুহ পুৰিলে বুলি ভাবি খঙত দম্ দমাই উঠিল। মানুহৰ মাত শুনি ঋষিয়ে চকু মেলি চাই দেখে যে এজন ৰজা। বিশ্বামিত্ৰ এনেয়ে খঙাল ঋষি তাতে আকৌ আন এজনে খঙ কৰাত তেওঁ একেবাৰেই জুইত ঘিউ ঢলা যেন হৈ কলে—"পাষণ্ড মোক তই বিশ্বামিত্ৰ বুলি চিনি পোৱা নাইনে? কাৰ আগত ইমান দম্ভালি কৰ? শাপি ভস্ম কৰিম বুলি নেজাননে?" এই বুলি কোৱা মাত্ৰেই হৰিশ্চন্দ্ৰই ধেনু কাড় এৰি ঋষিৰ চৰণত দীঘল দি পৰি কৰলৈ ধৰিলে। "হে ব্ৰহ্মৰ্ষি, মই আপোনাৰ তপৰ প্ৰভাৱ শুনিছোঁ। ইন্দ্ৰাদি দেৱতা সকলো যাৰ ভয়ত কঁপি থাকে তেনে জনক মই আজি খঙ তোলালো। মই ক্ষত্ৰিয় ৰজা হৰিশ্চন্দ্ৰ, তিৰোতাৰ কান্দোন শুনি এই ফাললৈ আহি আপোনাক দেখি চিনিব নোৱাৰিহে অপৰাধ লগালো। ক্ষত্ৰিয়ই

তিৰোতা আৰু আতুৰত পৰা লোকক ৰক্ষা কৰা কৰ্ত্তব্য বুলি ভাবিহে মই এনে কৰিলোঁ। এতিয়া মোৰ দোষ ক্ষমা কৰে যেন। মই যিহকে লাগে তাকে দিওঁ তথাপিও মোক শাপ নিদিব। শৰণাগতক ৰক্ষা কৰা আপোনাসকলৰ নিচিনা লোকৰ ধৰম,"—এই কথা শুনি বিশ্বামিত্ৰই যিহকে খোজে তাকে দিবলৈ বুলি হৰিশ্চন্দ্ৰক শপত খুৱাই লৈ কলে, "বাৰু এতিয়া তুমি ঘৰলৈ যোৱা, সময়মতে যাম।" এই বুলি কোৱাৰ কিছুদিনৰ পাচত এদিন ৰাজ্যলৈ গৈ পূৰ্ব্বৰ কথা সোঁৱৰাই কলে, "মোক তোমাৰ ৰাজ্য দিয়া"। ৰজাই হাতত তিল কুশ লৈ বিশ্বামিত্ৰক ৰাজ্য দান দিলে তাৰ পিচত দানৰ দক্ষিণা বিচাৰিলত ধন ভঁড়ালীক দক্ষিণা আনিবলৈ হুকুম কৰোঁতেই কলে, "মোৰ ৰাজ্য হ'ল যেতিয়া ধন ভঁড়ালো মোৰ ; তুমি আন উপায়ে দক্ষিণা দিয়া। এই কথা শুনা মাত্ৰেই [illegible]াৰ মূৰত আকাশী স্বৰগ ভাগি পৰিল, ভাবি চাই কথা সঁচা দেখি কিছু দিনৰ সময় লৈ হৰিশ্চন্দ্ৰ ৰাজ্য এৰি খুজি মাগি দক্ষিণা গোটাবলৈ ওলাল, তাকে দেখি পতি ভক্তা শৈব্যাও পুতেক ৰোহিতক লৈ ৰজাৰ লগতে ওলাল। দেশ ফুৰিও দক্ষিণা নেপাই কাশীত পোনতে পুতেক আৰু শৈব্যাক এজন বামুনক বেচিলে। সিমানতো টকাই নোজোৰাত নিজে চাণ্ডালত বিক্ৰী গৈ ঋষিৰ ঋণৰ পৰা মুক্ত হ'ল। দক্ষিণা আদায় নোহোৱা দিনলৈকে. ঋষি দিনে দিনে অহা যোৱা কৰি আছিল।

এদিন বামুণৰ ঘৰত ৰোহিতে ফুল তুলি থাকোঁতে ফুলৰ মাজত থকা সাপে কামুৰি ৰোহিতক মাৰিলে। মৰা লৰা লৈ দেশৰ নিয়ম মতে মৰিশালীলৈ লৈগল। মৰিশালী ৰখীয়াই পাচোঁতা কড়ি বিচাৰিছিল। কড়ি নথকাত গাৰ কাপোৰকে খহাই দি শৈব্যাই পুতেকৰ গুণ আৰু উপৰি পুৰুষৰ কথা কৈ ইনাই বিনাই কান্দিবলৈ ধৰিলে। শ্মশান ৰখীয়া হৰিশ্চন্দ্ৰই সকলো কথা জানি আত্ম পৰিচয় দিলে। পুতেকৰ লগতে দুয়ো মৰিবলৈ যো যা কৰোঁতেই বিশ্বামিত্ৰ আহি ৰক্ষা কৰিলেহি। ঋষিয়েই মৰা পুতেকক জীয়ালে আৰু ৰাজ্য ওভোটাই দি সশৰীৰে স্বৰ্গলৈ যাবলৈ বৰ দি তেওঁ তপস্যা কৰিবলৈ গল। হৰিশ্চন্দ্ৰ ৰাজ্য লৈ উভটি আহিল।

ব্ৰহ্মৰ্ষি বিশ্বামিত্ৰই গায়ত্ৰী ৰচনা কৰিছিল। এওঁৰেই ধনুৰ্ব্বেদো লিখিত অৱস্থালৈ নিয়ে। ৰাক্ষসবোৰৰ পৰা যজ্ঞ কৰিব নোৱাৰি এওঁ শ্ৰীৰাম লক্ষ্মণক যজ্ঞ ৰক্ষা কৰিবলৈ লৈ যায়হি আৰু বাটত যাওঁতে অনেক অস্ত্ৰ শিকায়। ৰামে তাৰকাক মাৰি ঋষিৰ যজ্ঞ কৰোৱালত তেওঁ লোকক মিথিলালৈ লৈ আহে, বাটত ৰামৰ হতুৱাই অহল্যাক শাপৰ পৰা উদ্ধাৰ কৰায়। এওঁৰ যত্নতে শ্ৰীৰামচন্দ্ৰ আদিৰ বিবাহ হয়।

---

# ধ্রুৱ।

আগৰ দিনত উত্তানপাদ নামেৰে এজন ৰজা আছিল। তেওঁ বৰ চহকী আৰু বলৱন্ত আছিল। তেওঁক প্ৰজাই মাক বাপেকৰ দৰে ভাল পাইছিল। তেওঁ ও প্ৰজাক নিজৰ সন্তানৰ দৰে পালিছিল।



ৰজা উত্তানপাদৰ সুৰুচী আৰু সুনীতি নামে দুগৰাকী মহিষী আছিল। তেওঁ লোকৰ যথা ক্ৰমে উত্তম আৰু ধ্ৰুৱ নামে দুটি লৰা হ'ল। দুয়ো কোঁৱৰৰ যথেষ্ট মিলা প্ৰীতি থাকিলেও দুয়ো সতিনীৰ স্বাভাৱিক অমিল সদায় আছিল।

এদিন ৰজা উত্তানপাদ অৰু ৰাণী সুৰুচী দুয়ো উত্তম কোঁৱৰক লগত লৈ ৰাজ সিংহাসনত বহি আছে। এনেতে ধ্ৰুৱ আহি কাষত উপস্থিত হ'ল হি। ধ্ৰুৱ তেতিয়া পাঁচ বছৰীয়া লৰা; পিতাকৰ কোলাত উঠিবৰ মন গল, পিতাকে কোলাত তুলিবলৈ বুলি হাত মেলোতেই সুৰুচীয়ে ৰজাক এনেদৰে নিন্দা কৰিলে যে ৰজাৰ আৰু ধ্ৰুৱক কোলালৈ তুলি আনিবৰ সাহ নহ'ল।

সুৰুচীয়ে অকল ৰজাক বঢ়া বচন বুলিয়েই মনে মনে থাকিছিল যে এনে নহয় সেই পাঁচ বছৰীয়া লৰাটিকো এনেদৰে বিকৰ্থণা কৰিলে যেন ধ্ৰুৱ ৰজাৰ একোৱেই নহয়, ধ্ৰুৱৰ মাক যেন ৰজাৰ বেটীতকৈও এলাগী। ধ্ৰুৱই মাহীয়ে-

কৰ এনে কঠুৰা ব্যৱহাৰ আৰু পিতাকেও মাহীয়েকৰ কথাত মনে মনে থকা দেখি বৰ বেজাৰ মনেৰে মাকৰ আগলৈ গৈ কান্দি কান্দি সকলো কথা কলেগৈ। মাকৰ পক্ষে এইটো একো নতুন কথা নহয়। এনেকুৱা নোহোৱা হেতেন হে মাক আচৰিত হ'ল হেঁতেন। সেইবাবে ধ্ৰুবক সাত পাচ কথা কৈ ভুলাবলৈ যত্ন কৰিলে কিন্তু ধ্ৰুব বৰ একা চেকা লৰা। মনত পৰাৰে পৰা এনে দৰে মনত দাগ পোৱা নাই। সেই বাবেহে ধ্ৰুবক কোনো মতে মাকে নিচুকাব নোৱাৰিলে। ধ্ৰুবৰ মুখত মুঠতে এটা কথা "মই উত্তমৰ সমান নহম কিয় ?" মাকে উপায় নেপাই কলে, "সোনাই ঈশ্বৰক খাটা তেওঁ যেন তোমাৰ মনৰ বাঞ্ছা পূৰ্ণ কৰে।

ঈশ্বৰক কি উপায়ে খাটে ধ্ৰুবই নেজানে। তথাপিও হাবিত ঋষি মুনিয়ে তপস্যা কৰাৰ কথা লোকৰ মুখে শুনিছিল। সেই কথাকে ভাবি চিন্তি এদিন ধ্ৰুব মনে মনে হাবি লৈ গুচি গল।

কেইবা দিনো ঘোৰাৰ পিচত বাটত নাৰদে দেখা দি কি উপায়ে ভগবানক চিন্তা কৰিব লাগে শিকাই দিলে। গৈ গৈ এখন নৈৰ পাৰৰ হাবি এডোখিৰৰ মাজত ঈশ্বৰৰ ধ্যানত বহি গ'ল।

ইফালে ধ্ৰুবৰ মাকে পুতেক কলৈ গ'ল বিচাৰি নেপাই কান্দি কাতি বাউলী হ'ল। নাৰদ আহি সুৰুচীক আপোন পাহৰা হৈ থকা দেখি কলে "আই আপুনি বৰ বেয়া কাম

কৰিছে। আপোনাৰ পুতেক ঈশ্বৰ চিন্তাত মগ্ন। কাচই বামত কনী পাবি দ পানীত পৰি সন্তানৰ মঙ্গল চিন্তা, ধ্যান কৰি বহি থাকে। মাছৰ পোনাক মাকে লগে লগে ফুৰি বিপদ আপদৰ পৰা ৰক্ষা কৰি ফুৰে। কুকুৰাই পোৱালীক দোকাৰ তলত সুমাই লৈ ফুৰায়। আপুনি সতী। এতিয়া শোক বেজাৰ এৰি পুতেকৰ মঙ্গল চিন্তাত কাচৰ দৰে ধ্যানস্থ হওক। ধ্ৰুবই তেওঁৰ মনোবাঞ্ছা পূৰ্ণ কৰি কুশলে ঘুৰি আহিব।" এই কথা কৈ নাৰদ গুচি গ'ল। নাৰদৰ কথাকে সাৰ মানি মাকে শোক বেজাৰ এৰিদি পুতেকৰ কুশল চিন্তা কৰিবলৈ লাগিল।

ধ্ৰুবৰ তপৰ প্ৰভাৱ দেখি স্বৰ্গৰ দেৱতা সকল তবধ লাগিল। ঈশ্বৰে ধ্ৰুবৰ স্তুতিত তুষ্ট হৈ,—"কি বৰ লাগে" বুলি চতুৰ্ভূজ মূৰ্ত্তি ধৰি আগতে ঠিয় হলহি। তেওঁ কলে "মোৰ যেন সদায় তোমাত মতি হওক" এই কথাত ভগবানে পৰম প্ৰীতি লভি কলে "তোমাৰ নিচিনা ভক্ত ত্ৰৈলোক্যত নহওক। তুমি ৰজা হবা; তোমাৰ ভায়েৰ উত্তম আৰু মাহীয়া অকালতে ধুকাব। তুমি শান্তিৰে আৰু সুখ্যাতিৰে ৰাজ্য চলাই আয়ুষ শেষ হলে মোৰ ওচৰলৈ গুচি আহিবা; তোমাৰ নিমিত্তে মই এখন সুকীয়া স্বৰ্গ স্ৰজন কৰি থম।" এই বুলি কৈ ভগবান অন্তৰ্দ্ধান হ'ল।

ধ্ৰুবৰ মনোৰথ সিদ্ধি হ'লত আনন্দ মনেৰে ঘৰলৈ গুচি আহিল। ভগবানে বৰ দিয়া সকলো আখৰে আখৰে

ফলিয়ালে। বহুত বছৰ ৰাজত্ব কৰি তেওঁৰ নিমিত্তে সাজি থোৱা স্বৰ্গলৈ গুচি গল। সেই ঠাইক আজি কালি ধ্রুব লোক বোলে।

"সপত্নী মাতৃৰ বাক্যে বিদাৰিল মন।
ধ্রুবে আসি আৰাধিল তোমাৰ চৰণ॥
ত্রৈলোক্যৰ ওপৰে তাহাক থৈলা থাপি।
গোধিকাৰ পুচ্ছ ভাগে দেখিও অত্যাপি॥

---



# গঙ্গা।

ভাৰতবৰ্ষৰ উত্তৰ ফালে গঙ্গা নামেৰে এখন নৈ আছে। হিন্দু সকলৰ এই নৈ বৰ পবিত্র। আনকি ইয়াৰ পানীত গা ধুলেও স্বৰ্গত বাস হয়, বুলি তেওঁলোকে বিশ্বাস কৰে। বোধ কৰোঁ তোমালোকে ওচৰ চুবুৰীয়া মিতিৰ কুটুম আদি তীৰ্থলৈ যোৱা মানুহৰ পৰা এই কথা শুনিছা। এই গঙ্গা নৈৰ বিষয়ে পুৰণি পুথিত এটা সাধু আছে, শুনাহঁক।

দেৱৰ্ষি নাৰদে এদিন আজৰি পাই বীনাখন ঠিক কৰি লৈ ছয়ত্ৰিশ ৰাগ ৰাগিনীৰ গান গাবলৈ ধৰিলে, পিচে বজাওঁতে অলপ ভুল হল। তেওঁ হলে বুজিব নোৱাৰিলে বৰঞ্চ ভাবিছিল যে তেওঁ বৰ ভাল গান কৰিব পাৰে। নাৰদৰ এই অহঙ্কাৰ গুছাবৰ মনেৰে ৰাগ ৰাগিনী বিলাকে খোৰা আৰু কোঙ্গা মানুহৰ ভাও ধৰি বাটৰ দাঁতিত পৰি থাকিল। নাৰদে এই বাটেদি যাওঁতেই তেওঁ বিলাক চকুত পৰিল আৰু কাৰণ সোধাত কলে, নাৰদ নামে এজন ঋষি আছে। তেওঁ ভাবে যে তেওঁ বৰ সুন্দৰ গান কৰিব পাৰে, কিন্তু আচলতে তেওঁ সিমান নেজানে। আমি ৰাগ ৰাগিনী। সিদিনা এদিন তেওঁ আমাক এনে বেয়াকৈ গাইছিল যে গাওঁতে গাওঁতে আমাৰ হাত ভৰি ভাগি গল। (অৰ্থাৎ তাল মান ঠিক কৰি গান কৰিব নোৱাৰিলে)। আৰু তেতিয়াৰে পৰা আমি এনে

দৰে পৰি আছোঁ। নাৰদে এই কথা শুনি একেবাৰেই মৰা প্ৰায় হল, অন্তৰত যি অলপ অচৰপ অহঙ্কাৰ আছিল সিও নাইকিয়া হল। তাৰ পিচত তেওঁলোকৰ নো কি উপায়ে ভাল হব তাৰ কাৰণ সুধিলত কলে যদি মহাদেৱে স্বয়ং গান কৰে তেহে আমি পূৰ্ব্ব অৱস্থা পাম।

এই কথা শুনা মাত্ৰেই নাৰদ মহাদেৱৰ ওচৰলৈ গল। আৰু বহুত কাকুতি মিনতি কৰি তেওঁৰ দুখৰ কথা কলে। শিৱই নাৰদৰ কথা মতে উপযুক্ত শুনোতা পালে এদিন গান গাবলৈ গাত ললে। নাৰদে বুজিলে যে যেতিয়া তেওঁ ভাল গায়ক নহয়, তেতিয়া উপযুক্ত শ্ৰোতাও নহয়। এই ভাবি মহাদেৱক সুধিলে যে এই ত্ৰৈলোক্যত নো কোন ভাল শুনোতা আছে। মহাদেৱে অলপ পৰ তলকা মাৰি বৈ থাকি কলে। বৰ্ত্তমান ভাল শ্ৰোতা নাই বুলিলেও হয়। ব্ৰহ্মা আৰু বিষ্ণুৱেই যহন-তহন তেওঁলোকক পাৰিলে আনা। এই কথা শুনি নাৰদে বহুত কাকুতি কৰি তেওঁলোক দুয়োকো মহাদেৱৰ ওচৰলৈ আনিলে।

মহাদেৱে তেওৰ ডম্বৰুটো ঠিক কৈ লৈ গান গাবলৈ আৰম্ভ কৰিলে। আৰু অলপ পাচতে ৰাগ ৰাগিনী সকল আগৰ দৰে হল।

মহাদেৱে যি গান কৰিলে ব্ৰহ্মাই তাক ভালকৈ বুজিব নোৱাৰিলে। বিষ্ণুৱে কিছু বুজিলে।

কিন্তু তেওঁ সঙ্গীত শুনি গলি গল। ব্ৰহ্মাই নবুজা বাবেই

অলপ আওকনীয়া হৈছিল। বিষ্ণু গলি যোৱা দেখি উপায় নেপাই তেওঁৰ কমণ্ডলুতে ভৰাবলৈ ধৰিলে। এই ব্ৰহ্মাৰ কমণ্ডলুতে গলি পানী হৈ থকা বিষ্ণুৱেই গঙ্গা।

ইয়াৰ বহুত দিনৰ পাচত কপিল মুনিৰ শাপত পতিত হৈ থকা ভগীৰথ ৰজাৰ পূৰ্ব্ব পুৰুষ সকলক উদ্ধাৰ কৰিবৰ মনেৰে ভগীৰথে তপ কৰি ব্ৰহ্মাক তুষ্ট কৰে। আৰু তেওঁৰ পৰা বৰ স্বৰূপে গঙ্গাক তেওঁৰ কমণ্ডলুৰ ভিতৰৰ পৰা আনে। ব্ৰহ্মাৰ কমণ্ডলুৰ পৰা পৰিবৰ সময়ত মহাদেৱে তেওঁৰ জটাৰ মাজত সুমাই থয়। ভগীৰথৰ গুৰু মহাদেৱ তুষ্ট হৈ বিন্দু সৰোবৰত পেলাই দিয়ে। তাৰ পৰাই গঙ্গা তিনি সোঁতা হৈ বৈ যায়। স্বৰ্গৰ সোঁতাৰ নাম মণ্ডাকিনী পাতালৰ সোঁতাৰ নাম ভোগ-ৱতী ভগীৰথৰ লগত অহা সোঁতাক ভাগীৰথি বা গঙ্গা বোলে। ঐৰাৱতে এওঁক বিয়া কৰাব খুজিছিল, কিন্তু সোতত উটাই নি এওঁক মৰাপ্ৰায় কৰি এৰি দিয়ে। হিমালয় পৰ্ব্বতৰ গোমুখী নামে ঠায়েদি এওঁ ভাৰতবৰ্ষ সোমায়। বাটত জহ্নু মুনিৰ যজ্ঞৰ সামগ্ৰী উটাই অনাত খং উঠি তেওঁ শোহা মাৰি খাই থয়। আকৌ ভগীৰথে কাবৌ কোকালি কৰাত কৰঙ্গনেদি উলিয়াই পঠিয়ায়। কোনোৱে আঠুৰেদি বুলিও কয়। তেতিয়াৰে পৰা গঙ্গাক জাহ্নবী বুলিও কয়। তেওঁ তাৰ পাচত ভগীৰথে দেখুৱা বাটেদি আহি তেওঁৰ ওপৰ পুৰুষ সকলক উদ্ধাৰ কৰেহি আৰু ইয়াতে থাকে।

এদিন গঙ্গা ব্ৰহ্মাৰ কাষৰ পৰা উভতি আহোঁতে বাটতে

অষ্টবসুক লগ পালে। ( অষ্টবসুৱে আকৌ গৰু চুৰ কৰা বাবে মানুহৰ ঘৰত জন্মিবলৈ বুলি ঋষিয়ে শাপ দিছিল ) বৰকৈ ধৰাত তেওঁলোকক শাপান্ত কৰিবলৈ গাত লৈ মানুহৰ বেশ ধৰি শান্তনুৰ লগত বিয়া সোমাই সাতো জনকে উদ্ধাৰ কৰে। শেহৰ জনক কিছুকাল থৈহে উদ্ধাৰ কৰিব পাৰিলে। তেঁৱেই ভীষ্ম দুৰ্য্যোধনৰ ককাক।

---



# ভীষ্ম।

বশিষ্ঠ মুনিয়ে হিমালয় পৰ্ব্বতত এখন আশ্ৰম পাতি তপস্যা কৰি থাকে। তেওঁৰ এজনী সুৰভি নামে গৰু আছিল। সুৰভিৰ এটোপ গাখীৰ কোনো মানুহে খালে দহ হেজাৰ বছৰ জীয়াই থাকে আৰু বেমাৰ নহয়। এই আশ্ৰমলৈকে আঠজন বসু অৰ্থাৎ দেৱতা সপৰিবাৰে ফুৰিবলৈ আহিছিল। আশ্ৰমত ফুৰি ফুৰোঁতে হঠাৎ দিব্য বসুৰ ঘৈনীয়েকৰ এই গৰুজনীত চকু পৰিল। আৰু তেওঁৰ গুণ জানি তেওঁৰ সখী য়েক উৰ্ব্বশীৰ জীয়েক জীতৱতীৰ কাৰণে গুৰু জনী লাগে বুলি কলে। দিব্যবসুয়ে ঋষিৰ গৰু নিব নোৱাৰি বুলি অনেক কৈয়ো ঘৈনীয়েকক মান্তি কৰিব নোৱাৰিলে। অগত্যা বাকী কেজনৰ অনুমতি মতে তিৰোতাৰ কথা শুনি আগ পাচ নুগুণি গৰু জনী চুৰকৈ লৈ গল। কিছু পৰৰ পাচত বশিষ্ঠ মুনি আহি গৰু নেদেখি বিচাৰি চাই গৰু নেপালে, ধ্যান কৰি আচল চোৰ জানিব পাৰি চোৰক মানুহ জনম লবলৈ বুলি শাও দিল। (আগৰ কালৰ ঋষি মুণি সকলে ধ্যান অৰ্থাৎ দকৈ চিন্তা কৰিলে সকলো কথা কব পাৰিছিল, ই এটা যোগ বল।)

শাপ দিয়া গম পাই গৰু এভেটাই দি অনেক কাকুতি মিনতি কৰাত মুনিৰ খঙ মাৰ গল আৰুকলে "মই তোমা-

লোকক একেবাৰে শাপৰ পৰা মুকলি কৰিব নোৱাৰো।” কিয়নো কৰা কাম নকৰা কৰিব নোবাৰি; কিন্তু তোমা-লোকৰ সাতজন এবছৰ এবছৰৰ মূৰত স্বৰ্গলৈ গুচি আহিবা আৰু যি জনে আচলতে গৰু চুৰ কৰিছিল তেওঁ কিছুদিন নৰলোকত থাকিহে মুক্তি পাব। এই কথা শুনি অষ্টবসু বিমৰ্ষ মনেৰে ঘৰমুৱা হৈ আহি আছে এনেতে গঙ্গা দেবীক ব্ৰহ্মাৰ ঘৰৰ পৰা উভটি যাওঁতে বাটতে লগ পালে। গঙ্গাৰ আগত সকলোকথা ভাঙ্গি কৈ তেওঁক পৃথিবীত জন্মোৱাবলৈ খাটিলে। মাইকীৰ মন সদায় কোমল, পৰৰ দুখত সদায় দুখী। সেই কাৰণেই অষ্টবসুৰ কথা মতে তেওঁ মানুহ হৈ তেওঁলোকক গৰ্ভত ধাৰণ কৰিবলৈ গাত ললে।

কিছুদিনৰ পাচত কুৰু ৰজা শান্তনুৱে গঙ্গাৰ পাৰত ফুৰি ফুৰিছে। এনেতে তেওঁ এজনা বৰ ধুনীয়া গাভৰু ছোৱালীয়ে পানীৰ জুৱলীত ধেমালী কৰি থকা দেখিলে। প্ৰথমে ৰজাই কোনোবা অপ্সৰী বুলিহে ভাবিছিল। কিন্তু ওচৰ পাই মানুহ দেখি তেওঁৰ পৰিচয় সুধিলে আৰু তেওঁক বিয়া কৰাবলৈ মন কৰিলে। গঙ্গা দেবীয়ে কলে “মোৰ পৰিচয় এতিয়া নিদিওঁ। তুমি কোৱা মতে তোমাক মই স্বামীবৰণ কৰিব পাৰোঁ। কিন্তু তোমাৰ হলে মই তলতীয়া নহওঁ। যেতিয়াই মই যিহকে কৰিব খোজোঁ তাত তুমি হকা বধা কৰিব নোৱাৰিবা। যেই দিনাই মোৰ কামত বা ইচ্ছাত তুমি বাধা দিবা সেই দিনাই তোমাক এৰিথৈ গুচি আহিম।

ৰজাই ৰূপত ইমান মোহ গৈছিল যে আৰু কোনো কথা কবলৈ ভাবি নেপাই তেওঁৰ কথাতে মান্তি হৈ ঘৰলৈ আনি বিয়া কৰাই ললেহি। কিছু দিনৰ পাচত গঙ্গা দেবীৰ এটি লৰা হ'ল। লৰা ওপজা মাত্রেই মাকে পানীত উটাই দিলেগৈ ; ৰজাই কার্য্য দেখি অবাক, মাক হৈ যে ইমান কাঠ চিত্তীয়া হব পাৰে এই কথা ৰজাই ভাবি স্থিৰ কৰিবকে নোৱাৰিলে। চাই থাকোঁতে থাকোঁতেই আৰু এটি লৰা হল। এইটিকো আগৰটিৰ দৰেই কৰিলে। ৰজাই পূৰ্ব্বৰ প্রতিজ্ঞা কৰা মতে একো কবও নোৱাৰে। সাতোটা লৰা হল, আটাইকেইটিকে ঠিক একেদৰেই পানীত উটাই দিলে। যেতিয়া অষ্টম পুত্রটী জন্মা মাত্রেই পানীত পেলাই দিবলৈ ওলাল ৰজাই আৰু সহ্য কৰিব নোৱাৰি গঙ্গা দেবীক বহুত টান কথা কলে, আৰু লৰাটো কোলাৰ পৰা কাঢ়ি আনিবলৈ গল। ইয়াকে কৰা দেখি গঙ্গাই হাঁহি হাঁহি পূৰ্ব্বৰ প্রতিজ্ঞা সোঁৱৰাই নিজক নিজে চিনাকী দিলে। অষ্ট বসুৰ জন্মৰ কথা কৈ লৰাটি এৰি থৈ অন্তর্দ্ধান হল। ৰজাই পত্নী বিয়োগত বৰ দুখ পাই ছিল, যদিও লৰাটিৰ মুখ চাই বহুত পাহৰি থাকিল।

লৰাটিৰ নাম দেবব্রত ৰাখিলে, আৰু বশিষ্ঠৰ ওচৰত যুব ৰাজৰ উপযুক্ত শিক্ষা দিয়াই ডেকা কৰিলে। এই দেবব্রতেই পূৰ্ব্বৰ দিব্য বসু।

এদিন শান্তনুৱে যমুনাৰ পাৰত ফুৰি ফৰোঁতে হঠাৎ এজনী ছোৱালী আকৌ দেখা পালে। এই জনী আকৌ দাস ৰজাই

হেৰা পোৱা ছোৱালী। এওঁ ডোমৰ ৰজা। ছোৱালীটিৰ গাটো আগেয়ে কেছা মাছৰ দৰে গোন্ধাইছিল। কিন্তু পৰাশৰ মুণিৰ অনুগ্ৰহত পদুম ফুলৰ নিচিনা গোন্ধ হল। এই জনী ছোৱালী দেখিবৰে পৰা ৰজাৰ খাৱণ শোৱণ নাইকিয়া হল। জানোচা দেবব্ৰতৰ নিচিনা এজন সৰ্ব্ব গুনীয়া পুতেকে বেয়া পাই এই ভয়ত বিয়া কৰাবলৈ ভয় কৰি আছে। দেবব্ৰতে ৰজাৰ চিন্তাৰ কাৰণ বিষয়া সকলৰ পৰা জানি দাস ৰজাৰ ওচৰলৈ গৈ পিতাক শান্তনুৰ মনৰ বাঞ্ছাপূৰ্ণ কৰিবলৈ খাটিলেগৈ। দাস ৰজাই দেবব্ৰতৰ নিচিনা পুতেক থাকোঁতে তেওঁৰ জীয়েক সত্যৱতীৰ লৰা ৰজা হবৰ আশা নাই কাৰণে সেই প্ৰস্তাবত মান্তি হবলৈ অস্বীকাৰ কৰিলে। তেতিয়া দেবব্ৰতে কেতিয়াও ৰজা নহওঁ বুলি শপত খালে। দাস ৰজাই আকৌ কলে যে দেবব্ৰতৰ পুতেক আৰু সত্যৱতীৰ নাতিনীয়েক ইঁতৰ মাজত ৰাজ্য লৈ কাজিয়া হব পাৰে। তেতিয়া দেবব্ৰতে কেতিয়াও বিয়া নকৰাওঁ বুলি শপত খালে। দাস ৰজায়ো ছোৱালী দিবলৈ মান্তি হল। দেবব্ৰতৰ পিতৃ-ভক্তি দেখি শান্তনুৱে বৰ সন্তোষ পালে আৰু পুতেকক ইচ্ছা মৃত্যু বৰ দিলে। অৰ্থাৎ তেওঁ নিজে মৰো বুলিলেহে মৰিব।

এনে ভীষণ প্ৰতিজ্ঞা কৰা বাবেই তেওঁৰ নাম ভীষ্ম হল।

সত্যৱতীৰ বিচিত্ৰবীৰ্য্য নামে এটি লৰা হল। বাপেক মৰোতে এওঁ নিচেই সৰু আছিল। ভীষ্মই সেই নাবালকৰ নামেই ৰাজ্য চলাই আছিল। ডেকা হলত কাশীৰজাৰ

জীয়েক তিনি জনীক স্বয়ম্বৰৰ পৰা বলেৰে ধৰি আনে। পিছে ৰৰ জনী অম্বাই আগেয়ে শাল্বক স্বামি বৰণ কৰা জানিব পাৰি শাল্বৰ গুৰিলৈ পঠিয়াই দিয়ে। পিচৰ দুজনী অম্বিকা আৰু অম্বালিকাক বিচিত্ৰ বীৰ্য্যলৈ বিয়া কৰায়।

শাল্বই লোকে সভাৰ পৰা হাতত ধৰি লৈ যোৱা ছোৱালী নেলাগে বুলি অম্বাক খেদাই দিয়ে। অম্বাই নিৰুপায় হৈ ভীষ্মৰ শিক্ষা গুৰু পৰশুৰামৰ ওচৰত দীঘলদি পৰি তেওঁৰ অবস্থাৰ কথা ভাঙ্গি পাতি কোৱাত পৰশুৰামে অম্বাক লৈ ভীষ্মৰ ওচৰ পালেহি। ভীষ্মই অম্বাক বিয়া কৰাবৰ কাৰণে ধৰিলে। কিন্তু তেওঁ প্ৰতিজ্ঞা ভঙ্গ নকৰিলে তাতে গুৰু শিষ্যৰ যুজ লাগিল। গুৰু হাৰি পলাই লৰ মাৰিলে। তাৰ পাচত অম্বাই ভীষ্মক বধ কৰিবৰ কাৰণে তপস্যা কৰিবলৈ ধৰিলে। আৰু মহাদেৱৰ বৰ পাই জুইত জাপদি মৰে। ভীষ্ম ভায়েকৰ ৰাজ্যত সামান্য প্ৰজাৰ দৰে থাকিবলৈ ধৰিলে। এওঁৰ বংশ বাঢ়িয়েই কৌৰৱ আৰু পাণ্ডৱ হল। বহুতদিনৰ পাচত যেতিয়া কুৰু-ক্ষেত্ৰ যুদ্ধ লাগিব খোজে তেতিয়া তেওঁ দুৰ্য্যোধনক অনেক বুজায়ো মন ঘোৰাব নোৱাৰি তেওঁ কুৰু কুল ধ্বংশ হব বুলি জানিলে। আৰু যি ৰজাৰ তলত আছিল, অৰ্থাৎ দুৰ্য্যোধনক এৰি থৈ গৈ বিদ্ৰোহ কৰাতকৈ যুজত পাণ্ডৱৰ হাতত জীৱন দিয়া বেচি ভাল ভাবি সেনাপতি পদ ললে আৰু প্ৰতিজ্ঞা কৰিলে মই দহ দিন যুদ্ধ কৰিম, দিনে ১০০০০ সৈন্য মাৰিম, শ্ৰীকৃষ্ণক অস্ত্ৰ ধৰাম; স্ত্ৰী কিংবা

নপুংসকৰ লগত যুদ্ধ নকৰো। যুদ্ধ আৰম্ভ কৰিলে। দিনে ১০০০০ সৈন্য মাৰিবলৈ ধৰিলে। তৃতীয় আৰু নবম দিনা এনে দৰে যুদ্ধ কৰিলে যে অৰ্জ্জুনৰ ফালে টনাটনি যেন দেখি শ্ৰীকৃষ্ণই সুদৰ্শণ ধৰি ৰক্ষা কৰিবলৈ বাধ্য হল।

ভীষ্ম জীয়াই থাকিলে পাণ্ডৱৰ জয়ৰ আশা নাই দেখি শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে সখি! শিখণ্ডিকে আনি তোমাৰ ৰথৰ ওপৰত তুলি লোৱা। ভীষ্মই শিখণ্ডীক দেখিলে যুজ নকৰে। কিয়নো পূৰ্ব্ব জন্মত এয়েঁই অম্বা। নপুংসক হৈ দ্ৰুপদ ৰজাৰ ঘৰত মহাদেৱৰ বৰত উপজিছিল। পিচত কুবেৰৰ অনুচৰ স্থূলকৰ্ণৰ অনুগ্ৰহত পুৰুষত্ব পাইছে। এই কথা ককাৰাই জানে কাৰণে নুযুজে। অৰ্জ্জুনে প্ৰথমতে যদিও আপত্তি কৰিছিল শেহত শ্ৰীকৃষ্ণৰ কথাত মান্তি হৈ শিখণ্ডীক ৰথত বহুৱালে। তেওঁক দেখিয়েই ভীষ্মই ধনু কাঁড় এৰি দিলে। অৰ্জ্জুনে তেতিয়া এনেদৰে শৰেৰে বিন্ধিলে যে ভীষ্ম ৰথৰ পৰা বাগৰি আহি শৰৰ ওপৰতে বল। মাথোন মূৰটো ওলমি থাকিল। ভীষ্মক পৰা দেখিয়েই যুজ এৰি আটাইবোৰ তেওঁৰ ওচৰলৈ গল, আৰু কান্দি কাটি ব্যাকুল হল। অৰ্জ্জুনেও কান্দিলে। তেওঁ আটাই বোৰক কোমল কথাৰে শান্তনা কৰিলে।

মূৰটো দাঙ্গি দিবলৈ কোৱাত দুৰ্য্যোধনে সোনৰ গাৰু এটা আনি দিছিল, ভীষ্মই শৰৰ শয্যাত সোণৰ গাৰু লবলৈ অমান্তি হৈ অৰ্জ্জুনৰ ফালে চোৱাত মাটিত কাড় মাৰি তাৰ ওপৰত তেওঁৰ মূৰটো তুলি দিলে। আকৌ পিয়াহ লগাত

দুর্য্যোধনে সেই দৰেই পাণী আনি দিছিল, তেখেতে তাক গ্ৰহণ নকৰি অৰ্জ্জুনলৈ চোৱাত শৰ মাৰি পাতালৰ ভোগবতী গঙ্গাৰ পাণী আনি দিলে। ইয়াৰ পাচত সকলো দিহা দিহি গল ।

ভীষ্ম শৰৰ শয্যাত পৰি থাকি উত্তৰায়ণ সংক্ৰান্তি আৰম্ভ হলত নিজ ইচ্ছাত প্ৰাণ এৰিলে।

কি বলত, কি কৌশলত, কি সত্য-পৰায়ণতাত বা ৰাজ্য পালনত, ভীষ্মৰ সমান পুৰুষ এজন আজিলৈকে ওলোৱা নাই। তেওঁ ধীৰ আৰু জিতেন্দ্ৰিয় আছিল। সেই বাবেই জ্ঞানী লোকে আজিও মাঘৰ শুক্লা অষ্টমীৰ দিনা—

"ভীষ্মঃ শান্তানকো বীৰঃ সত্যবাদী জিতেন্দ্ৰিয়ঃ
অভিৰদ্ভিৰবাপ্নোতু পুত্ৰ পৌত্ৰো চিতাং ক্ৰিয়াং।"

বুলি তৰ্পণ কৰে। ইয়াকে কৰিলে বছেৰেকৰ পাপ ভীষ্মৰ পুণ্যৰ ফলেৰে নষ্ট হয়।

---

# অশ্বত্থামাৰ দণ্ড।

তোমালোকে কৌৰব পাণ্ডৱৰ যুঁজৰ কথা শুনিছা। তাত দুয়ো কালৰ বহুত সক ডাঙৰ বীৰ মৰিল। পৃথিবীৰ অনেক লোক ক্ষয় হল। কুৰু আৰু পাণ্ডু বংশক অস্ত্ৰ বিদ্যা শিক্ষা দিয়া এজন বামুণ আছিল। তেওঁৰ নাম দ্ৰোণাচাৰ্য্য, মানুহে তেওঁক "গুৰু দ্ৰোণ" বুলি মাতিছিল। তেওঁ অতি সজ আৰু জ্ঞানী বামুণ আছিল। তেওঁ হস্তিনাপুৰতে লৰা তিৰুতা লৈ বসতি কৰিছিল। তেওঁৰ অশ্বত্থামা নামে এটি লৰা আছিল। জন্মৰে পৰা এই লৰাটিৰ মূৰত এটি মণি আছিল। লৰাটি পঢ়াই শুনাই ভাল হৈছিল। বঢ়িয়াকৈ যুজ কৰিবও পাৰিছিল। যদিও বামুণ তেও তেওঁ যুজ কৰিছিল? কিন্তু তেওঁ লৰাকালৰে পৰা অলপ উখৰা স্বভাবৰ আছিল। আৰু সেই পৰকিতিটো বিয়াবাৰু কৰোৱাৰ পাচলৈকো নুগুচিছিল? এওঁ আৰু এওঁৰ পিতাকে কিন্তু দুৰ্য্যোধনৰ পক্ষেহে যুজিছিল।

কুৰুক্ষেত্ৰৰ মহাযুদ্ধ প্ৰায় শেষ হওঁ হওঁ হৈছে। ভীষ্ম কৰ্ণ, দ্ৰোণ আদি মহা মহা বীৰ সকল যুজত পৰিল, ভীমে দুৰ্য্যোধনৰ কৰঙ্গণটো গদাৰে কোবাই ভাঙ্গিলে, অশ্বত্থামাই তেওঁৰ গৰাকী দুৰ্য্যোধনক ভালৰি বোলাবলৈ ৰাতি মনে মনে সদাশিৱক আৰাধনা কৰি তেওঁৰ পৰা বৰ লৈ যুজৰ বাহৰ সোমাই দ্ৰৌপদীৰ শুই থকা লৰা পাঁচোটিৰে মূৰ পাঁচ

পাণ্ডৱৰ মূৰ বুলি কাটি আনি দুৰ্য্যোধনৰ আগত দিলেহি। দ্ৰৌপদীৰ পাঁচ পাণ্ডৱেই স্বামী। পাঁচ জনৰ কালৰ পাঁচোটি লৰা হৈছিল। পাঁচোটি লৰা বুকত লৈ মাক দ্ৰৌপদী শুই আছিল। অশ্বত্থামাই ৰাতি আন্ধাৰে মুধাৰে পুত্তেকনে বাপেক একো তৰ্কিব নোৱাৰি অজান শিশু কেইটিক বধ কৰিলে? দুৰ্য্যোধনেও ভতিজা পুতেকইঁতৰ মূৰ কেইটা দেখি অশ্বত্থামাক ভাল পাওক চাৰি খংহে কৰিলে। কিয়নো তেওঁ লহ্‌পহ্‌ কৰে উঠি অহা লৰা কেইটা বিনাশ কৰাত বৰ বেজাৰ পাইছিল?

দ্ৰৌপদীয়ে সাৰ পাই গোটেই পাটিখন তিতি থকা যেন পালে। আৰু খেপিয়াই চাই লৰা কেইটিৰ মূৰ বিচাৰি নেপালে, চাকি লগাই চাই দেখে যে মূৰ নাই কোনোবাই কাটি নিলে? পাটিখন তেনেই তেজেৰে বাওলী হৈ আছে! তেতিয়াই তেওঁ চিঞঁৰ মাৰি হুৱা-দুৱা লগাই দিলে।

ঘৰৰ সকলোটিয়ে চাপি কুচি আহি দ্ৰৌপদীক সান্ত্বনা দিবলৈ ধৰিলে, দ্ৰৌপদীয়ে তেতিয়াও কান্দোন সামৰা নাই, শেষত অৰ্জ্জুনে কলে, "দ্ৰৌপদী! মই মোৰ গাণ্ডীবৰে শৰ কৰি এই মাত্ৰ তিকছু বামুণৰ মূৰ কাটি আনি তোমাৰ হাতত দিমহি, তুমি নাকান্দিবা, মিছাতে শোক নকৰিবা। কপালৰ লিখন কোনেও খণ্ডাব নোৱাৰে। তুমি সেই উদ্ধত বামুণৰ মূৰত ভৰি দি গা ধুলে তোমাৰ লৰাৰ কাৰণে বেজাৰ কমিব? এই বুলি দ্ৰৌপদীক অৰ্জ্জুনে আদৰ সাদৰ কৰি বুজাই বৰাই

লৈ যুজৰ সাজ পিন্ধি, পিঠিত তূণ আৰু হাতত ধনু লৈ ৰথত উঠি তেওঁৰ গুৰুপুত্ৰ অশ্বত্থামাক বিচাৰি গল ? শিশুবধী অশ্বত্থামাই দূৰৰে পৰা অৰ্জ্জুনক খেদি অহা দেখি ভয়ত কঁপিবলৈ ধৰিলে ? কেনেকৈ অৰ্জ্জুনৰ হাতৰ পৰা সাৰি যাব পৰা যায় এই কথা ভাবি বিমোৰ হৈ মহাদেৱৰ ভয়ত ব্ৰহ্মা পলোৱাৰ দৰে লৰি পলাবলৈ ধৰিলে ? আৰু "থালেও, মৰিলোঁও" বুলি চিঞৰৰত খলক লগালে ? কিন্তু কোনেও তেওঁক ৰক্ষা কৰিবলৈ নাহিল ? তেওঁ যাব নোৱাৰা হল, তেওঁ গা সকৱাবৰ উপায় নেপাই বিপদ ওচৰ চপাত বিমোৰ হৈ ব্ৰহ্মাস্ত্ৰত প্ৰাণ ৰক্ষা পৰিব বুলি স্থিৰ কৰিলে। দ্ৰোণপুত্ৰই ব্ৰহ্মাস্ত্ৰৰ মোল ভালকৈ নুবুজিছিল ; কিন্তু প্ৰাণৰ ভয়ত নিৰুপায় হৈ তাকেই মাৰিলে। মৰা মাত্ৰকে সেই ভয়ানক শৰ আকাশলৈ উঠি গ'ল আৰু সূৰ্য্যৰ পোহৰৰ দৰে গোটেই আকাশ উজলাই পেলালে। ইয়াকে দেখি অৰ্জ্জুনেও ভয় খালে আৰু ব্যাকুল হৈ শ্ৰীকৃষ্ণক মিনতি কৰিবলৈ ধৰিলে (এওঁ অৰ্জ্জুনৰ সখিয়েক আৰু ৰথৰ সাৰথি-লগত নেথাকিলেও বিপদত পৰি নাম লোৱা মাত্ৰেই ওচৰ পায়হি) "হে কৃষ্ণ ! হে বলীৰো বলী ! হে ভকতৰ ভয় দূৰ কৰোঁতা ! সংসাৰৰ আপদত পৰা মানুহবোৰে তোমাৰ নাম লৈয়ে তৰে। হে প্ৰভো ! তোমাৰ দাসক এই বিপদৰ পৰা ৰক্ষা কৰা।" এই দৰে কাকুতি মিনতি কৰি ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে ? তেতিয়া শ্ৰীকৃষ্ণ আহি কলে, "সখি ! এইপাত ব্ৰহ্মাস্ত্ৰ !

ইয়াক অশ্বত্থামাই প্ৰাণৰ ভয়ত নেজানিহে মাৰিছে। ইয়াক ব্ৰহ্মাস্ত্ৰত বাহিৰে আন অস্ত্ৰেৰে কাটিব নোৱাৰা। তুমি অস্ত্ৰ বিদ্যাত পৈনত মানুহ, তুমি ব্ৰহ্মাস্ত্ৰেৰে ইয়াক নষ্ট কৰা। অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ এই কথা শুনি তেওঁক প্ৰণাম কৰিলে আৰু মুখ হাত ধুই শুচি হৈ ব্ৰহ্মাস্ত্ৰ মাৰিলে? দুয়ো পাত শৰ যুজ খালত আকাশত এনে এটা পোহৰ পৰিল যে নাশনৰ কাল উপস্থিত হোৱাত আকাশত জুই আৰু বেলি গোট খাই পৃথিবীৰ মানুহক নাশ কৰিবলৈহে যেন কাৰবাৰ কৰিছে। তেতিয়া অৰ্জ্জুনেও বিপদৰ আশঙ্কা কৰি শ্ৰীকৃষ্ণৰ আদেশ লৈ দুয়ো পাত শৰ নাশ কৰিলে আৰু অশ্বত্থামাক বলি কাটিবলৈ নিয়া ছাগলিৰ দৰে ডোলেৰে বান্ধি নিজৰ বহালৈ লৈ আহিছিল। আহোঁতে বাটত শ্ৰীকৃষ্ণই অৰ্জ্জুনক কলে, "অৰ্জ্জুন, এই নীচ বামুনক জীয়াই থোৱা উচিত নহয়। কিয়নো ই গৰুৰে বাতি কোনেও গম নোপোৱাকৈ শুই থকা কেচুৱা লৰাকেইটাক বিনা দোষত মাৰিলে। কোৱা আছে যে জ্ঞানী লোকে কেতিয়াও সহায় সাৰথি নোহোৱাকৈ বা ভয়ত পৰি সহায় খোজাক বধ নকৰে। বিশেষকৈ লৰা, মাইকী মানুহ, লৰচৰ কৰিব নোৱাৰা মানুহ আৰু ভয়াতুৰক কেতিয়াও মাৰিব নেপায়। যদি কোনো নিলাজ কাঠচিতীয়া মানুহে অনক মাৰি নিজে জীৱিকা চলায়, তেনে সেই মানুহক মৰাত দোষ নাই; কাৰণ তাৰ প্ৰাণবধেহে পৰাচিত তেতিয়াহে তাৰ পাপ ক্ষয় হয়; নহলে সি সদায় নৰক ভোগ

কৰিব লাগে ? আৰু তুমি দ্ৰৌপদীৰ ওচৰত শপত খাই আছিলা যে পুত্ৰঘাতীৰ মূৰ তেওঁক দিবাগৈ ? এই কথা মই নিজ কানে শুনিছোঁ। সেই উটমুৱা পুত্ৰঘাতীক মাৰা। অৰ্জ্জুন ই কুলাঙ্গাৰে অকল আমাকেই হে অপকাৰ কৰিছে এনে নহয়, ইয়াৰ নিজৰ বজা দুৰ্য্যোধনবো মহৎ অপকাৰ কৰিলে। কিয়নো দুৰ্য্যোধনে তোমালোকৰ লৰা বুলি গম পাই পিণ্ডলোপ হল বুলি ভাবি শোকত প্ৰাণত্যাগ কৰিলে ; আগৰে পৰা কবঙ্গনৰ বিষত বৰ দুখ পাই আছিল ?” শ্ৰীকৃষ্ণই এই দৰে যদিও অশ্বত্থামাক কাটিবলৈ বুলি কৈ আহিছিল তথাপি অৰ্জ্জুনে তেওঁক নেমাৰি বান্ধি লৈ আহি পুত্ৰ শোকত কান্দি কাটি থকা দ্ৰৌপদীৰ হাতত শোধাই দিলেহি। দ্ৰৌপদীৰ যদিও অশ্বত্থামালৈ প্ৰথমতে বৰ খং উঠিছিল কিন্তু গুৰুপুত্ৰক গৰুৰ দৰে বান্ধি অনা দেখি বৰ দুখ পালে আৰু নিজেই লাজত তলমূৰ কৰিলে আৰু অৰ্জ্জুনে এনে অপমান দিয়া দেখি বৰঞ্চ সেৱাহে কৰিলে ? আৰু অৰ্জ্জুনক শীঘ্ৰে বান্ধ মোকোলাই দিবলৈ এই দৰে ক'লে, “নাথ ! এই বামুন জনক এৰি দিয়ক ? এওঁ আমাৰ গুৰু। যাৰ ওচৰত আপুনি মন্ত্ৰ লৈছে, যি আপোনাক ধেনু কাঁড় মাৰিবলৈ শিকাইছে, যাৰ যত্নত আপুনি ত্ৰৈলোক্যৰ মহাবীৰ বুলি সুখ্যাতি পাইছে সেই ভগবান দ্ৰোণ এই পুত্ৰৰূপে সাক্ষাত হৈ আপোনাৰ ওচৰত ঠিয় হৈ আছে। তেওঁৰ ধৰ্ম্ম পত্নী কৃপাও আজিলৈকে জীয়াই আছে। অশ্বত্থামাৰ নিচিনা বীৰ

পুত্ৰৰ মাক বুলিয়েই গুৰু দ্ৰোণৰ লগত সতী যোৱা নাই।

প্ৰভো! গুৰু সকলৰ অপকাৰ কৰা আপোনালোকৰ নিচিনা মহৎ লোকৰ কাম নহয়। গুৰু পত্নীয়ে পুত্ৰ শোকত যেন মোৰ দৰে কান্দিব লগা নহয়। শাস্ত্ৰত আছে যদি কোনো ক্ষত্ৰিয়ই খং সামৰিব নোৱাৰি বামুনৰ অপকাৰ কৰে তেনে তেওঁ সপৰিবাৰে সদায় শোকত মগন থাকিব লগাত পৰে?" সেই খিনিতে যুধিষ্ঠিৰকে আদি কৰি যিমান বোৰ মানুহ আছিল আটাইবোৰে দ্ৰৌপদীৰ এনে ন্যায় সঁচা আৰু অকপটীয়া মৰমে ভৰা কথা শুনি শলাগিবলৈ ধৰিলে; কিন্তু ভীমৰ খং হলে মাৰ নগ'ল, তেওঁ খণ্ডত একোনাই হৈ কলে, এই শিশুঘাতীক বধ কৰাই হে ইয়াৰ যথোচিত পৰাচিত হ'ব? এই দুষ্টটোৱে ৰাতি বিনাদোষত শুই থকা কেচুৱা লৰা কেইটাৰ মূৰ কাটিবলৈ গৈ তাৰ ৰজাকো সন্তোষ দিব নোৱাৰিলে নিজেও একো কৰিব নোৱাৰিলে। ভীম আৰু দ্ৰৌপদীৰ কথা শুনি শ্ৰীকৃষ্ণই অৰ্জ্জুনলৈ চাই কলে, "সখি বামুনক মাৰিব নেপায়, কিন্তু আপদত মাৰিলেও দোষ নাই বুলি শাস্ত্ৰত আছে। তুমি দুয়োৰো কথা ৰাখি এটা কাম কৰা; তেনে হলে দ্ৰৌপদীৰ মনত ভাল লাগিব: ভীমৰো খং মাৰ যাব আৰু তোমাৰো প্ৰতিজ্ঞা ৰখা হব? অশ্বত্থামাৰ মূৰত এটা মণি আছে, সেই মণিটোকে কাটিলে বামুনৰ প্ৰাণ নেযায় কিন্তু বধ কৰাৰ নিচিনা কষ্ট আৰু লাজ পাব। এই কথা

শুনি অৰ্জ্জুনে দা এখন লৈ অশ্বথামাৰ মূৰৰ মণিটো চুলিবে সৈতে কাটি লৈ গুচি আহিল। দ্ৰোণৰ পুতেকে শিশুবধকৰি লাজত শেঁতা পৰি আছিল, তাতে মূৰৰ মণি কাটি নিয়াত মূৰ কটা যেন অপমান পাই তেওঁৰ মুখৰ তেজ একেবাৰেই নাইকিয়া হ'ল? অৰ্জ্জুনে মূৰৰ মণি কাঢ়িলৈ বান্ধ মোকোলাই দি তাৰ পৰা দূৰকৈ খেদাই দিলে। ইফালে ঢালে সৈতে অশ্বথামাৰ মূৰৰ মণি কাটা নিয়াত মূৰত এডোখৰ ঘা হ'ল? সদায় চেওচেওাই ভক্ ভকাই থাকে, সেইবাবে ব্যাসদেৱে কলে, তুমি এনে ডাঙৰ পাপ কৰিছা যে, তাৰবাবে তোমাক মাৰিহে পেলাব লাগিছিল। কিন্তু তুমি বামুণ, তোমাক মাৰিব নেপায়, তোমাৰ মূৰ খুৰুৱা, ধন বস্তু কাঢ়ি লোৱা আৰু দেশান্তৰ কৰি খেদি দিয়া হৈছে, আৰু বামুণ সকলে যেতিয়া গা ধোৱাৰ সময়ত তেল ঘঁহিব, তেতিয়া তোমাৰ নাম কৈ মাটিত তিনিবাৰ তেল পেলাব আৰু সেয়া তেল তোমাৰ মূৰত পৰিবহি আৰু ভাৰপৰা অলপ চেঁচা পাবা। ইয়াৰ বাহিৰে আৰু একো কৰিব নোৱাৰি।

---

# জড় ভৰত।

মহাভাৰত পঢ়ি পাইছা যে পূৰ্ব্বে এই দেশৰ নাম, ভৰত নামে চন্দ্ৰবংশীয় ৰজা এজনে শাসন কৰাৰ পাচৰ পৰাহে ভাৰতবৰ্ষ হৈছে। ইয়াক আগেয়ে“অজনাভ” বুলিছিল।

ভৰত বৰ জ্ঞানী ৰজা আছিল। তেওঁৰ, পিতৃ পিতামহ সকলৰ দৰে ঈশ্বৰত বৰ বিশ্বাস আছিল আৰু ঈশ্বৰলৈ সকলো সময়ত ভয় কৰি চলিছিল। সেই বাবেই তেওঁৰ ৰাজ্যত প্ৰজাই বৰ সুখেৰে আছিল। তেওঁৰ ৰাজত্ব কালৰ সৰহ ভাগ সময় ঈশ্বৰ চিন্তা আৰু দান যজ্ঞৰ নিচিনা পুণ্য কাৰ্য্য কৰিয়েই কটায়ছিল। লাহে লাহে বুঢ়া হলত পুতেকক ৰাজ্য ভাৰ গতাই দি আগৰ কালৰ মানুহৰ নিয়ম মতে বনলৈ গৈ সন্ন্যাস ধৰ্ম্ম ললেগৈ।

গণ্ডকী নৈৰ কাষত থকা হৰিক্ষেত্ৰত তপস্যা কৰি থাকিবলৈ আৰম্ভ কৰিলে। ভৰতে এই দৰে বহুত দিন পৰম পুৰুষ ভগবানৰ চিন্তাত কাল কটাবলৈ ধৰিলে। তেওঁৰ মন হৰিৰ চিন্তাত মজি গল। পৃথিবীৰ সকলোকে ঈশ্বৰময় দেখিলে।

এদিন মহানুভৱ ভৰত গণ্ডকী নৈত স্নান তৰ্পণ কৰি এটাই জপ কৰিবলৈ পাৰত বহিছে এনেতে হৰিণী এজনী অকঁলৈ সেই নৈতে পিয়াহত পানী খাবলৈ আহিছে, তাই গাভিনী আছিল। সেই সময়তে নিচেই ওচৰতে এটা সিংহৰ

গোজৰণি শুনিলে। এনেয়ে হৰিণী ভয়াতুৰ তাতে অকল সৰীয়া। সিংহৰ গোজৰনি শুনি বিমোৰ হৈ তৎ মৎ নেপাই পানীতে জাপ মাৰি পৰিল। পানীত কক্ বকাই সিপাৰ হব খোজোঁতেই পানীৰ মাজতে পোৱালী এটা পালে। এনেয়ে বুকত ভয়, তাতে পোৱালী জগিছে, আকৌ পানীত সাঁতুৰি যাব লাগিছে! হৰিণী মৰা প্ৰায় হ'ল আৰু অলপ পাচতে কিছুদূৰ গৈ মৰি থাকিল।

ইফালে মহামতি ভৰতে নৈৰ পাৰতে ৰহি সকলো ঘটনা চাই আছে। হৰিণা পোৱালীটোৰ দুৰবস্থা দেখি ভৰতৰ বৰ মৰম লাগিল। পানীত উটি যোৱা মাউৰা পোৱালীটি তুলি আনি আশ্ৰমলৈ লৈ গল। আশ্ৰমত অশেষ পৰি-শ্ৰম আৰু প্ৰতিপাল কৰি পোৱালীটি জীয়ালে। যেতিয়া ঘাঁহ খৰিব পৰা হল', তেওঁ নিজে ঘাঁহ কাটি দিয়ে হিংস্ৰক জন্তুৰ আগত পৰে বুলি সদায় ৰাখি থাকে। লৰাৰ নিচিনাকৈ চেনেহ কৰে, মুখত চুমা খায়। মুঠতে তেওঁৰ তপ, জপ, ধ্যান, ধাৰনা সকলো বোৰ এফাল আৰু হৰিণা পোৱালীটি একাল হ'ল। কেতিয়াবা ভাবে "আঐ দেহি, এই হৰিণা পোৱালীটি অতি দুৰ্ভগীয়া, ভাগ্যৰ কেৱত ইয়াৰ গোট জাতি এৰি মোৰ ওচৰ চাপিছেহি। ই মোকেই ইয়াৰ মাক বাপেক, ককাই ভাই লগ সঙ্গ সকলো বুলি ভাবিছে; ই মোৰ বাহিৰে কাকো নেজানে। ই মোকে সম্পূৰ্ণ বিশ্বাস কৰে সেই বাবে ইয়াৰ পৰা মোৰ সেৱা পূজাতো ব্যাঘাত ঘটিছে বুলি নেভাবি

মই ইয়াক ঘাঁহ পানী দি সিংহ বাঘ আদিৰ পৰা ৰক্ষা কৰি শকত আবত কৰাই হে মোৰ কৰ্ত্তব্য"। শৰণাগতক অপকাৰ কৰিলে কি হয় মোৰ জনা আছে, অতএব মই ইয়াক আওকান কৰা উচিত নহয়। এই দৰে সদায় নানা কথা হৰিণাৰ বিষয়েই ভাবি ভাবি হৰিণা পোৱালীটোতে ভোল গল। তেওঁ হৰিণা পোৱালীটোৰ লগতে শোৱে বহে, খায়, ফুৰে, গা—ধোৱে আৰু যেতিয়া ফুল তুলসী তুলিবলৈ বা হাবিৰ খৰি কাঠ আনিবলৈ যায় তেতিয়াও কোনোবা হিংসুক জন্তুৱে অপকাৰ কৰে বুলি লগতে লৈ যায়।

তেওঁ বাটত যাওঁতে যাওঁতে পোৱালীটোৰ মৰমত কেতিয়াবা এচোৱা কান্ধত লৈ যায়; এচোৱা কোলাত বা কেতিয়াবা বুকত সুমাই লৈ যায়। নিজৰ কৰ্ত্তব্য শেষ হবলৈ নৌ পাওঁতেই কেতিয়াবা কেতিয়াবা উঠি আহি তাক চাই যায়হি আৰু আশীৰ্ব্বাদ কৰি যায়হি; "বোপাই কুশলে থাকা।" কেতিয়াবা তাক নেদেখিলে, কৃপণে ধন হেৰুৱালে যেনেকৈ ব্যাকুলহৈ কান্দে; ভৰতেও সেই দৰেই অস্থিৰ হৈ ইনাই বিনাই তাৰ গুণ বৰ্ণাই কান্দিবলৈ ধৰে। বহুত পৰ নহা দেখিলে ক্ৰিয়াকাণ্ড এৰি থৈ তাক বিচাৰি যায় আৰু গোটেই হাবিত তাৰ গুণ বৰ্ণাই কান্দি কাটি বিচাৰি ফুৰে। এই দৰে হৰিণা পোৱালীটোলৈ তেওঁৰ ইমান মৰম হ'ল, যে তেওঁ যি উদ্দেশ্যে এই বনত আছিল তাৰ পৰা বহুত আঁতৰি পৰিল। যিজনে তেওঁৰ নিজৰ দুষ্ট পুতেকহঁতকে

মুক্তিৰ প্ৰতিবন্ধক বুলি এৰি পেলাইছিল আজি তেওঁ হৰিণা পোৱালী এটাকে নিজৰ পুতেকতকৈও বেচি মৰম কৰি তপোভ্ৰষ্ট হল। ভৰতে এই কথাৰ গমকে পোৱা নাছিল। ইফালে লাহে লাহে তেওঁৰ আয়ুস টুটি আহিল আৰু মৰিবৰ সময়তো সেই হৰিণা পোৱালীৰ কথাকেহে ভাবি ভাবি মৰিল। সেই বাবেই আকৌ হৰিণা হৈ পুনৰ জন্ম গ্ৰহণ কৰিলে।

এওঁৰ কিন্তু বহুত পুণ্যৰ ফলত আগৰ জনমৰ কথা বোৰ নেপাহৰিছিল। হৰিণা পোৱালী হৈ উপজিলত তেওঁৰ নিজৰ বেয়া কামৰ বাবে বৰ দুখ কৰিবলৈ আৰু আকৌ ভগবানক কিৰূপে সেৱা পূজা কৰিব পাৰি সেই বিষয় চিন্তা কৰিবলৈ ধৰিলে। আৰু নিজক নিজে সদায় ধিক্কাৰ কৰিবলৈ লাগিল। ইয়াৰ পিচত তেওঁ যত উপজিছিল তাৰ পৰা তেওঁৰ লগ ভাগ এৰি আহি হৰিক্ষেত্ৰত ঋষি সকলৰ ওচৰত গছৰ পাত খাই কেতিয়াকৈ পশু জীৱন ওৰ পৰে ভাবি ভাবি কাল কটাবলৈ ধৰিলে। যেতিয়া মৰণৰ ওচৰ চাপিল সেই তীৰ্থৰ মাজত প্ৰাণ এৰিলে।

এজন বামুনৰ দুগৰাকী তিৰুতা আছিল; প্ৰথম গৰাকীৰ লৰা নটা আৰু দ্বিতীয় গৰাকীৰ লৰা এটা ছোৱালী এজনী। এই বামুনজন অনেকতকৈ ভাল আছিল। শম দম তপস্যা বেদাধ্যয়ন সহিষ্ণুতা দান সন্তোষ বিনয় বিদ্যা অনসূয়া আত্মজ্ঞান আৰু আনন্দ আদি সকলো গুণ তেওঁৰ

আছিল। তেওঁৰ নুমলীয়া ভাৰ্য্যাৰ লৰাটিক সকলোৱে বৰ জ্ঞানী বুলিছিল। এৱেঁই ভৰত বজা।

ভৰতে বহুত কষ্ট কৰিহে মৃগত্ব এৰি বামুনৰ ঘৰত জন্ম গ্ৰহণ কৰিছে। এইটো কথা ভৰতে সদায় জানিছিল। সেই কাৰণে যি কাম কৰিলে কৰ্ম্মবন্ধ নেথাকে মনত তাক বিশেষ কৈ সুমাই লৈ সেই দৰে কাম কৰিবলৈ সাজু হৈছিল।

ভগবানৰ অনুগ্ৰহত পূৰ্ব্ব জন্মৰ সকলো কথা মনত থকা গুণে তেওঁ জন্মৰে পৰা জড়ভাও ধৰিলে অৰ্থাৎ অকৰা অজলাঁ মানুহৰ নিচিনা হল। দুখ সুখ ভাল বেয়া একোকে কৰ নোৱাৰাৰ নিচিনা হল; মাতিবলৈকো এৰিলে।

বামুনে নুমলীয়া ভাৰ্য্যাৰ নুমলীয়া পুতেকক সকলোতকৈ বেচি চেনেহ কৰিছিল। যদিও জড় তথাপিও তেওঁ যথাবিধি সংস্কাৰাদি বামুনে কৰিব লগীয়া কাম এটাই বোৰকে শিকাবলৈ ধৰিলে; কিন্তু পুতেকে এনেদৰে ব্যৱহাৰ কৰিলে যেন তেওঁ সেইবোৰ অলপো ভাল নেপায়। বাপেকে যি শিক্ষা দিয়ে তাৰ বিপৰীত আচৰণ কৰে; সেই বুলিও বাপেকৰ চেনেহ কমা নাছিল।

বাপেক মৰা দিনালৈকে যিমান পাৰে ভাল কৰিবলৈহে সদায় যত্ন কৰি আছিল। এদিন বুঢ়া কালত বাপেক মৰি থাকিল। পুতেক আৰু জীয়েকক সতিনীয়েকৰ হাতত গতাই দি সৰুজনী ঘৈনীয়েকো বুঢ়াৰ লগতে মৰিল।

বাপেক মাক দুয়ো মৰিলত ককায়েকহঁতে ভৰতক জড়

বুলিয়েই ঠিক কৰি লিখা পঢ়া শিকোৱাৰ অকনো চেষ্টা নকৰিলে। তেওঁলোকো পঢ়াশুনাত সিমান পাকৈত নাছিল বা বিশেষ চৰ্চ্চাও নকৰিছিল। মাথোন নিজৰ ভিতৰত সদায় হায় কাঁজিয়া কৰি কাল কটাইছিল। নিজৰ গাত গুণ নথকাবাবেই ভৰতৰো মোল বুজিব নোৱাৰিলে। সাধাৰণতঃ কলা,অকঁৰা বা বোবা মানুহক মুৰ্খ লোকে যেনেকৈ সিএগবে আৰু অসৎ ব্যৱহাৰ কৰে তেওঁলোকে আৰু আন মানুহেও ভৰতক ঠিক তেনেদৰেই ব্যৱহাৰ কৰিবলৈ লাগিল।

ভৰতৰ হতুৱাই যি যেতিয়া যেনেকুৱা বন কৰাই তাকে কৰে; যিহকে খাবলৈ দিয়ে তাকে খায়।

মানুহে বিনা পয়চাৰে কাম কৰাবৰ কাৰণে তেওঁক বলেৰে ধৰি নিয়েছি আৰু কাম কৰাই লয়গৈ। বহুতে এই দৰে কাম কৰাইলৈ অনেক ঠাট্টা বিদ্রুপ কৰি নাইবা কিবা বেয়া বস্তুকে খাবলৈ দি পঠিয়াই দিয়ে। তেওঁ তাতো আপত্তি নকৰে; কিয়নো তেওঁ জিতেন্দ্রিয়। মান অপমান দুখ সুখ তেওঁৰ প্ৰতি সকলো সমান আছিল। তেওঁ জহত জাৰত বৰষুণত উদং গাৰেই ফুৰি ফুৰিছিল। তেওঁ বৰ শকত আৰু বলী আছিল। সদায় মাটিত শুইছিল; কেতিয়াও তেল নঘঁহিছিল; গা নুধুইছিল। সেই বাবে সদায় গাৰ ধুলি উৰিছিল। ককালত তেলি চাই সনাৰ দৰে মলিন কাপোৰ গাত কলা লগুণ সদাই বন্ধা থাকে। কোনোৱে তেওঁক লেতেৰা বামুন কোনোৱে "ব্ৰাহ্মণবন্ধু" বুলিও উপহাস কৰি

ছিল ; যেতিয়া তেওঁ কেতিয়াবা কাৰবাৰ ঘৰত কাম কৰি কিবা খাবলৈ বিচাৰে তেতিয়া অন্য এঘৰে আকৌ আহাৰ দিয়াৰ চল কৰি নি কামত লগাইগৈ। ককায়েকহঁতেও এওঁৰ হতুৱাই শালী খেতিৰ টান কাম বিলাক কৰাই লয় ; ভৰতে তাকো বিনা ওজৰে কৰি দিয়ে। তেওঁ কেনেকৈ মাটি সমান কৰিব লাগে কৰ বোকা কত পেলাব লাগে সেই বোৰ নেজানে, কিন্তু ককায়েক হঁতে কোনো ৰকম তেওঁৰ হতুৱায়েই সেইবোৰ কৰাই লয়। ককায়েকহঁতে সাধাৰণেত তেওঁক খুদচাউল, পুকীয়া মাটি মাহ চৰুত লাগি থকা বা দেৰা ভাত আঞ্জা খাবলৈ দিয়ে। তেওঁ ৰং মনেৰে তাকে খায়।

এদিন কোনো এজন চোৰৰ ৰজাই পুত্ৰ বাঞ্চা কৰি ভদ্ৰ কালীৰ ওচৰত নৰবলি দিবলৈ আগ কৰিছিল ; এই উদ্দেশ্যে এটা মানুহ আনি বান্ধিও থৈছিল। কিন্তু কিবা স্বৰূপত এই মানুহটো মুকলি হৈ হঠাৎ এদিন পলাই গল। তেতিয়া ৰজাৰ মানুহে সেই পলোৱা মানুহটো বিচাৰি কেউ পিনে পিয়াপি দিলে। কিন্তু কতো ধৰা নপৰিল। বিচাৰি ৰাতি এজোৰা মানুহ বামুনৰ পুতেকহঁতৰ ধাননি পঠাৰ ওলালগৈ ৰাতি ঘোপ মৰা অন্ধাৰ। অকলৈ অকলৈ মাজ নিশা এটা আচৰিত কৌশলেৰে সেই জড় ভৰতে ককায়েকহঁতৰ ধান ৰাখি আছে ; আৰু ৰজাৰ মানুহে তাতে পালে গৈ। সুলক্ষ-ণীয়া বুলি ভাবি বামুণক বান্ধি ধৰিবলৈ আহি ৰজাক ভেতিলেহি।

বলি দেখি ৰজায়ো বৰ ৰং পালে। তন্ত্ৰালিকে গা-পা

ধুৱাই গোসানী ঘৰলৈ আনিবলৈ আদেশ দিলে। বিধিমতে গা-ধুৱাই নতুন কাপোৰ অলঙ্কাৰ পিন্ধাই ফুল তুলসি চন্দন আদিৰে শুচী কৰি গোসানীৰ আগত তললৈ মুৰকৈ বহুৱালে। ইয়াৰ পিচত চোৰৰ পুৰোহিতে ভদ্ৰকালীক এই বলি উৎসৰ্গ কৰি হাতত চোকা দালৈ কাটিবলৈ ঠিয় হ'ল। ঢোল-গায়নৰ ডবা—শঙ্খৰ, কাঁহ-কল-ভেৰীৰ কোলাহলত কাৰো মাত কতো নুশুনা হল।

এই চোৰ বোৰৰ এনে আচৰণ দেখি ভদ্ৰকালীৰ ৰৰ খং উঠিল? কিয়নো চোৰে যদিও নেজানিছিল, গোঁসানীয়ে ভৰতক বাঢ়িয়াকৈ চিনি পাইছিল। সেই বাবেই এনে এজন পুৰুষক তেওঁৰ ওচৰত বলি দিব খোজাত তেওঁৰ তপত তেজ গাৰ শিৰে শিৰে বৰলৈ ধৰিলে? তেওঁ মনে মনে ভাবিলে, “যাৰ কাৰোৰে সৈতে শত্ৰুতা নাই, যাৰ জীৱ মাত্ৰেই আপোন, যি সকলোকে ঈশ্বৰৰ নিচিনা দেখে, যাক প্ৰলয়কালতো নষ্ট কৰাৰ যোগ্য নহয়, এনে এজন ঋষিক মোৰ আগত বলি দিবলৈ আনিছে? এই ভাবি গোঁসানীয়ে পুৰোহিতৰ হাতৰ দাৰেই এটাই বোৰ চোৰৰ মুৰ কাটি তেজ পিলে। মহৎ লোকক অত্যাচাৰ কৰাৰ ফল হাতে হাতে সিহঁতে পালে। ভৰতক বান্ধ মোকোলাই গোসাণীয়ে বিদায় ঈশ্বৰত যাব দিলে। অচলা ভক্তি আৰু অটল বিশ্বাস তেওঁক এইদৰেহে বিপদৰ পৰা ৰক্ষা কৰে।

এদিন সেই সময়ত থকা সিন্ধুদেশৰ ৰজাই দোলাত উঠি

কৰবালৈ যুৰিবলৈ গৈছিল। প্ৰথমে নিয়া দুলীয়া বোৰৰ এটাৰ তাগৰ লাগিলত ইন্দুমতী নৈৰ পাৰতে দোলাবাখি অলপ জিৰাইছে; দুলীয়াৰ মুখিয়ালটোৱে আৰু এটা মানুহ বিচাৰি গল? দৈবাৎ বাটতে জড় ভৰতক পাই ধৰি আনিলে। এওঁক দেখি মানুহটোৱে বৰ ভাল পালে। এনেকুৱা শকত-আৱত মানুহেই হে দোলাভাৰ বোৱাৰ উপযুক্ত। এই ভাবি জোৰেৰে দোলা ভাৰ বৰলৈ লগাই দিলে। ভৰত যদিও দোলাভাৰ বোৱাৰ লায়ক নহয় তথাপিও তেওঁ অন্য বোৰ মানুহে নৈতে মনে মনে দোলা কান্ধত লৈ যাবলৈ লাগিল। পিচে কেনেবাকৈ কৰবাত খোজত কোনো প্ৰাণী মৰে বুলি খুব সাবধানে যাবলৈ লাগিল। এনেদৰে যাওঁতে কেতিয়াবা জাপ্ মাৰি দিব লগাত পৰে, কেতিয়াবা এখোজ পাচলৈ আহিব লগাত পৰে, কেতিয়াবা আকৌ খোজতে খোজ দিয়ে, কেতিয়াবা বেঙ্গা মেলি দিয়ে আকৌ নাইবা হঠাৎ বৈ যাব লগীয়াত পৰে। এনেদৰে বোৱাত আনবোৰ দুলিয়াই তেওঁৰ লগত গৈ বৰ আহুকাল পাবলৈ ধৰিলে। ৰজাও গৈ সুখ পাওক ছাৰি দুখহে পালে।

ৰজাই খঙেৰে কলে "তহঁত সমানে যা। দোলাখন এইদৰে জোকাৰি নিনিবি।" ৰজাৰ খঙ দেখি আনবোৰ দুলীয়াই কলে, যে সিহঁতৰ গাত একো দোষ নাই। কৰবাৰ পৰা নতুন কৈ ধৰি আনি লগাই দিয়া মানুহটোৰ পৰাহে এনে হৈছে। এই কথা ৰজাই বুজিব পাৰি ভৰতক গালি

পাবি আৰু খুব কোবাই যাবলৈ ধৰিলে। ভৰতে সকলো নিবৰে সহ্য কৰি গৈ আছে। গালি আৰু বেতৰ কোব অসহ্য হলত এবাৰ কলে, "হেৰ মূৰ্খ ৰজা, তোৰনো অলপো জ্ঞান নাইনে ?" এই বুলি কোৱা মাত্ৰেই অকঁৰা মানুহে মাতিলে বুলি সকলো আচৰিত হল, ৰজাও দোলাৰ পৰা নামি পৰিল। জড় ভৰতে তেওঁক সেই সময়তে বহুত ধৰ্ম্মৰ কথা কলে, ৰজাও কথা শুনি আচৰিত হল। তেওঁক ক্ষমা প্ৰাৰ্থনা খোজাত ভৰতে সহজে ৰজাক ক্ষমা কৰিলে আৰু দিব্যজ্ঞান দিলে।

ইয়াৰ পিচত ভৰত অৰণ্যলৈ গৈ তপস্যা কৰি জীৱনৰ বাকী কাল কটাই শেহত স্বৰ্গলৈ গ'ল।



# দেৱযানী।

দেৱতা আৰু অসুৰৰ মাজত পৰস্পৰ প্ৰভুত্বৰ কাৰণে ৰণ লাগিছিল। পৰস্পৰ হিত কামনা কৰি দেৱতা সকলে বৃহস্পতিক আৰু অসুৰবোৰে শুক্ৰক গুৰু বৰণ কৰি ললে। এওঁলোক দুয়ো নিজৰ নিজৰ শিষ্যৰ মঙ্গলৰ অৰ্থে যেয়ে যিমান পাৰে চেষ্টা কৰিবলৈ ধৰিলে। শুক্ৰেই সঞ্জীৱনী মন্ত্ৰ জানে, সেইবাবে দেৱতাই যিমান দৈত্য মাৰে, তেওঁ এটাই বোৰকে জীয়াই দিয়ে। ইফালে অসুৰে মৰা দেৱতা সকলক বৃহস্পতিয়ে জীয়াব নোৱাৰে। তেতিয়ালৈকে দেৱতাই অমৃত পান কৰা নাছিল। লাহে লাহে দেৱতাৰ সংখ্যা কমি আহিল আৰু অসুৰৰ সংখ্যা একেদৰেই থাকিল।

ইয়াকে দেখি দেৱতা সকলে এদিন মীমাংসা কৰি স্থিৰ কৰিলে যে শুক্ৰৰ সঞ্জীৱনী মন্ত্ৰ যেনেই তেনেই আনিব লাগিব নহলে যুজত জয় হোৱাহে নেলাগে দেৱতাৰ অস্তিত্বই লোপ পাব। এই উদ্দেশ্যে বৃহস্পতিৰ পুতেক কচক শুক্ৰৰ ওচৰত বেদ পঢ়িবলৈ পঠিয়ালে। যাবৰ সময়ত কচক দেৱতা সকলে কলে, "বৃষপৰ্ব্ব পুৰত শুক্ৰৰ ঘৰ। তালৈ তোমাত বাহিৰে আন কোনো যাব নোৱাৰে। তুমি শুক্ৰৰ শিষ্য হৈ তেওঁৰ ওচৰত বেদ পঢ়াগৈ। দেৱযানী নামেৰে তেওঁৰ জীয়েক এজনী আছে। তেওঁক যথাযোগ্য সেৱা-

শুশ্ৰূষা কৰিবা। যেতিয়া উভয়ে তুষ্ট হব, তেতিয়া তুমি সঞ্জীবনী মন্ত্ৰ শুক্ৰৰ পৰা লবা আৰু ঘৰলৈ আহিবা।” দেৱতা সকলৰ অভিপ্ৰায় মতে কচ শুক্ৰৰ ঘৰ পালেগৈ। শুক্ৰক সেৱা কৰি চিনাকী দি কলে যে তেওঁৰ ওচৰত তেওঁ বেদ পঢ়িবলৈ আহিছে। শুক্ৰই সকলো শাস্ত্ৰ শিকাবলৈ গাত ললে। ভাল দিন বাৰ চাই ব্ৰহ্মচৰ্য্য আদি বিদ্যা আৰম্ভ কৰিলে। কচে যিমান পাৰে শুক সেৱা কৰে, দেবযানীৰ ওচৰত সদায় হাত যোৰ কৈ ঠিয়হৈ থাকে। যেতিয়া যি হুকুম দিয়ে ততালিকে পালন কৰে। নাচ, গান, বাজনা বজাই সদায় তেওঁক ৰং লগাই থাকে, এইদৰেই অনেক দিন গ’ল।

কচক কিছুদিন গৰু চৰাবলৈ লগালে। নিতৌ গৰু হাবিলৈ যায়। এদিন দৈত্যবোৰে দেখিলে আৰু শুক্ৰৰ ওচৰত থকাৰ কাৰণ জানি দৈত্যবোৰে কচক মাৰি হাঁৰ মঙহ যোৰ বাঘক খুৱাই দিহাদিহি গ’ল। গধুলী গৰু আহি ঘৰ পালেহি, ৰখীয়া নাই। কচক নেদেখি দেবযানীৰ গা পুৰিবলৈ ধৰিলে। পিতাকক কান্দি কান্দি কচ নহাৰ বাতৰি দিলে। শুক্ৰই জীয়েকৰ কান্দোন দেখি মন্ত্ৰৰ বলেৰে কচক জীয়াই দিলে। সেইদিনাৰ পৰা গৰু চৰাবলৈ দেবযানীয়ে কচক আৰু নপথিয়ালে।

অনেক দিনৰ পিচত আকৌ এদিন শুক্ৰই ফুল তুলিবলৈ পঠিয়ালে। এইবাৰ অসুৰে ধৰি কচক মাৰি পেলালে। ইয়াৰ

পিচত মঙ্গহ বোৰ ঘিউত ভাজি শুক্ৰক মদৰ লগত খুৱাই দিলে। বহুত পৰ কচক নহা দেখি দেবযানীৰ মনত শঙ্কা হৈ পিতাকক কচৰ বাতৰি সুধিলে। যিমানে কচৰ কথা ভাবিবলৈ ধৰিলে সিমানে দেবযানী উত্ৰাৱল হবলৈ ধৰিলে। অসুৰেই মাৰিলে বুলি নিশ্চয় কৰিলে। পিতাকক আকৌ জীয়াই দিবলৈ খাটিলে, পিতাকে কলে, “আই, মৰা মানুহৰ কাৰণে কান্দিব নেপায়, মৰিলে কোনো নিজীয়ে। কচৰ কাৰণে বেজাৰ নকৰিবা।” তেতিয়া দেবযানীয়ে কলে, “পিতা। কচ মোৰ যিমান উপকাৰী আৰু মোক যিমান চেনেহে কৰে, মই সেই কথা কেতিয়াও পাহৰিব নোৱাৰোঁ। কচক যদি জীয়াই নিদিয়ে মই শপত খাই কৈছোঁ আজিৰ পৰা অনাহাৰে মৰিম।” এই বুলি দেবযানীয়ে হাওঁ হাওঁ কৰে কান্দিবলৈ ধৰিলে। তেতিয়া শুক্ৰই কচক মনতে বিচাৰ কৰিলে, বিচাৰত কচক পেটৰ ভিতৰতে পালে। তেওঁৰ পেটত কি উপায়ে সোমাল এই কথা কচৰ পৰা জানিব পাৰি জীয়েকক নিচুকাই ক’লে “আই! কচ মোৰ পেটতে আছে। যদি কচক জীয়াবলৈ হয় মই মৰিম, ইফালে কচক নেপালে তুমি মৰিবা আৰু কচো মোৰ পেটতে মৰিব। মোৰ গাত দুটা বধ লাগিব, বাৰু মই তাৰ উপায় কৰোঁ।” এই বুলি গৰ্ভতে কচক সঞ্জীবনী মন্ত্ৰ দিলে আৰু কলে, বাহিৰ হৈ এই মন্ত্ৰেৰেই তেওঁক কচে জীয়াব লাগিব। ইয়াতে কচ মান্তি হৈ মন্ত্ৰ শিকি ললে। শুক্ৰই যেতিয়া দাবে নিজৰ পেট ফালি কচক বাহিৰ

কৰিলে, কচ বাহিৰ ওলাল আৰু শুক্ৰ মৰিল। কচে আকৌ শুক্ৰক জীয়ালে। পুনৰ জীৱন পাই শুক্ৰৰ মদলৈ বৰ খং উঠি শাপ দিলে, "আজিৰ পৰা যি বামুণে মদ খাব তেওঁৰ ব্ৰহ্মতেজ নষ্ট হ'ব, ইহ লোকত সমাজ নেপায়, পৰলোকত স্বৰ্গ নেপায়। মোকে মদে এনেকুৱা কৰিলে যেতিয়া অন্যক আৰু বেচিহে কৰিব—সেই কাৰণেই এই শাপ।" ইয়াৰ পিচত অসুৰ বোৰক মাতি আনি কচক এইদৰে হিংসা কৰা বাবে খণ্ড কৰিলে আৰু ভৱিষ্যত এনে নকৰিবলৈ সতৰ্ক কৰি দিলে। ইয়াৰ অলপ দিনৰ পিচত কচে সকলো শাস্ত্ৰত পাৰ্গত হৈ শুক্ৰৰ ওচৰত বিদায় লৈ দেবযানীৰ ওচৰলৈ গ'ল।

কচ যেতিয়া দেবযানীৰ ওচৰলৈ গৈছিল, সেই সময়ত তেওঁ মনেৰে পতা সুখৰ ৰাজ্যত ফুৰি ফুৰিছিল, হঠাৎ কচে চিৰ-কাললৈ বিদায় লবলৈ আহিছে জানি আকাশৰ পৰা যেন খহি পৰিল। ৰবকৈ আশা কৰি সেই আশাত বিমুখ হ'লে সাধাৰণতঃ যেনে হয় দেবযানীৰো সেয়ে হ'ল। কোনো উত্তৰ দিব নোৱাৰি বহুত পৰ তলকা মাৰি বৈ থাকিল। কচে বিদায় খুজি বৰ আমনি কৈ থকাত কলে:—

"কচ! তুমি যাব নেলাগে, ইয়াতে তুমি সুখেৰে মোৰে সৈতে ঘৰ বাৰী কৰি থাকাঁ। চোৱাচোন তোমাৰ কাৰণে মই কিমান কৰিছোঁ। সেই উপকাৰলৈ মনত পেলাই মোক আশাৰ পৰা বঞ্চিত নকৰিবা—এই কথা তেওঁ থোকা থোকি

কৈহে কব পাৰিছিল। তেতিয়া কচে কলে, "তোমাৰ মুখৰ পৰা এনে কথা শুনিম বুলি সমাজিকতো ভৰা নাছিলোঁ। মই আচৰিত হৈছোঁ যে তোমাৰ নিচিনা গুণী, জ্ঞানী ছোৱালী এজনীয়ে এনেকুৱা কুৎসিৎ প্ৰস্তাব কৰিবা।

চোৱাচোন, যি শুক্ৰৰ পৰা তোমাৰ জন্ম পাইছা, সেই শুক্ৰৰ পৰাই মই জ্ঞান পাইছোঁ। তুমি মোৰ সম্বন্ধত ভনী হলা। এতিয়া মোক অনুগ্ৰহ কৰি বিদায় দিয়া। দেৱযানীয়ে এই বোৰ কথালৈ আওকান কৰি কচক আৰু এবাৰ টানি ধৰি চালে কিন্তু কচৰ মন অচল হৈয়ে থাকিল। তেতিয়া দেৱযানীৰ বৰ খং উঠিল আৰু কলে —"মই তোমাক ইমান কাকুতি মিনতি কৰি যিটো কথাৰ কাৰণে খাটিলোঁ তুমি সেই খাটনি নেৰাখিলা, বাৰু মোৰ পিতাৰ ওচৰত যি পঢ়িলা সকলো নিষ্ফল হওক।"

তেতিয়া কচে কলে, "মোক তুমি মিছা কথাত শাস্তি দিব নেলাগিছিল। বাৰু ময়ো কৈছোঁ, তুমি বামুণী ছোৱালী যদিও ক্ষত্ৰিয় স্বামী হে পাবা আৰু তুমি যি শাপ দিলা মোৰ নিষ্ফল হব সঁচা, কিন্তু মোৰ ছাত্ৰৰ গাত মোৰ বিদ্যা ষোল কলা গুণ দিব।" এই বুলি কৈ কচ ঘৰ মুৰা হল। ইয়াৰ বহুত দিনৰ পিচত এদিন দেৱযানী হাবিৰ মাজত থকা চৈত্ৰৰথ নামে সৰোবৰ এখনত গা ধুবলৈ গৈছিল। সেই সৰোবৰলৈকে দৈত্যপতি বৃষপৰ্ব্বা ৰজাৰ জীয়েক শৰ্ম্মিষ্ঠাও সহচৰীৰে সৈতে গা ধুবলৈ গল। পাৰত কাপোৰ থৈ এটাইবোৰ গা

ধুবলৈ নামিল। পানীত ধেমালী কৰি থাকোঁতেই বৰ বতাহ মাৰি পাৰৰ কাপোৰ বোৰ মিহলাই পেলালে। গা ধুই উঠি আহি নিজৰ নিজৰ কাপোৰ বাচি আনি সকলোৱে পিন্ধিলে। লৰালৰিৰ বেগত শৰ্ম্মিষ্ঠাই দেবযানীৰ কাপোৰ জোৰ পিন্ধি পেলালে তাকে দেখি দেবযানীৰ বৰ খং উঠিল আৰু কলে "শূদ্ৰিৰৰ ছোৱালী হৈ বামুনীৰ কাপোৰ পিন্ধিলি, তোৰ ইমান অহঙ্কাৰ। ৰ আজি পিতাৰ আগত কৈ দিওঁগৈ।" শৰ্ম্মিষ্ঠাও বাপেকৰ আলাসৰ লাৰু। দেবযানীৰ কেতেৰা মাত শুনি খঙেৰে কলে, "শূদ্ৰিৰ বুলি মোক ঘিনাইছ, যি বাপেৰৰ জহ কৈছ, সেই বাপেৰেই মোৰ পিতাই দিয়া খনেৰেইহে বৰ মানুহ। তোৰ বাপেৰে সদায় আমাৰ গাৱঁতে পেট পেলাই পৰি থাকেগৈ।" এই দৰেই দুয়োজনীৰ মুখে মুখে লাগি হতাহতি হলগৈ। দেৱযানীক ওচৰৰ গাঁত এটাত পেলাই শৰ্ম্মিষ্ঠা গুচি আহিল। দেবযানীৰ নো কি হল আৰু উভটি নেচালে।

ঈশ্বৰৰ ইচ্ছা সেই হাবিলৈকে যযাতি চীকাৰ কৰিবলৈ গৈছিল। ৰজাৰ পিয়াহ লাগিলত দূতে পানী বিচাৰি আহি হঠাৎ সেই গাঁতটোৰ কাষ পালেহি তাত এজনী ধুনীয়া ছোৱালী পৰি থকা দেখি ৰজাক সেই বাতৰি দিলেগৈ। ৰজাই আহি কাষ পাই পৰিচয় লৈ প্ৰথমেতে হাতত ধৰি তুলিবলৈ ভয় কৰিছিল কিয়নো গাভৰু ছোৱালীক হাতত ধৰা অবিধি।

তাতে তেওঁ বামুণী ছোৱালী। দেৱযানীয়ে ৱৰকৈ কাওবাও কৰাত সোঁ-হাতত ধৰি তুলি থৈ ৰাজ্যলৈ গুচি গল।

এই সময়তে ঘূর্ণিকা নামেৰে সহচৰী এজনী দেখি দেৱযানীয়ে পিতাকলৈ তেওঁৰ দুখৰ বাতৰি দি পঠিয়ালে আৰু কলে যে ঘৰলৈ নেযায় শুক্রই খবৰ পাই জীয়েকক নিজেই লৈ গলহি। দেৱযানীয়ে শুক্রক শৰ্ম্মিষ্ঠাৰ দোষৰ কথা এনেদৰে বুজাই দিলে যে তেওঁৰ খঁচা-কৈয়ে বৃষপৰ্ব্বাৰ ওপৰত খং উঠিল, আৰু বৃষপৰ্ব্বাৰ ঘৰলৈ গৈ কলে "মই আৰু তোমালোকৰ ইয়াত নেথাকোঁ। মোৰ ছোৱালী এজনী। তাইৰো তোমালোকৰ ছোৱালীৰ পৰা সুখ নোহোৱা হল। এই বুলি কৈয়ে আৰু ভোঁ ভোঁ কৰে গুচি যাবলৈ ওলাল। দৈত্যেশ্বৰে কোনো ৰকম ভৰি হাতত ধৰি বহুৱাই কলে, "প্রভু, নিজ গুণে তুষ্ট হোৱা, তুমি যদি ইয়াৰ পৰা গুচি যোৱা, আমি সকলো বোৰ জীয়াতে মৰিম।" শুক্রই কলে, "তোমালোক মৰাই বা তৰাই মোৰ দেৱযানীয়ে যি কাম কৰিলে বেয়া পায়, মই সেইকাম কেতিয়াও কৰিব নোৱাৰোঁ। দেৱযানীৰ ইচ্ছা যে আমি এই দেশ এৰি গুচি যাব লাগে। তথাপিও তুমি যদি ছোৱালী জনী বুজাই ৰবাই ইয়াত থাকিবলৈ মান্তি কৰাব পাৰা তেতিয়া হলে মই থাকিব পাৰোঁ।" ইয়াকে শুনি বৃষপৰ্ব্বাই দেৱযানীক অনেক বিনয় বচনেৰে কাকুতি মিনতি কৰি ক্ষমা প্রার্থনা কৰিলে আৰু কলে যে দেৱযানীক যিহকে লাগে দৈত্যেশ্বৰে তাকে দিব,

তথাপিও তেওঁলোক ইয়াৰ পৰা গুচি যাব নেলাগে। তেতিয়া দেৱযানীয়ে কলে যে শৰ্ম্মিষ্ঠাক সহচৰীয়ে সৈতে তেওঁৰ দাসী কৰি দিলে তেওঁক ক্ষমা কৰিব পাৰে। দৈত্যেশ্বৰ ইয়াতে মান্তি হৈ শৰ্ম্মিষ্ঠাক সহচৰীয়ে সৈতে দেৱযানীৰ লগত পঠিয়াই দিলে শৰ্ম্মিষ্ঠাও পিতাকৰ আৰু জাতিৰ মঙ্গলৰ কাৰণে আপত্তি নকৰাকৈ দেৱযানীৰ লগত দাসী ভাবে থাকিবলৈ গুচি গল।

বহুত দিনৰ পিচত আৰু এদিন দেৱযানীয়ে শৰ্ম্মিষ্ঠাক লৈ চৈত্ৰৰথ তাৰিত ৰং ধেমালী কৰিবলৈ বুলি গৈছিল। দৈবাৎ তাতে যযাতিয়ে দেৱযানীক দেখা পালে। পৰস্পৰ চা চিনাকী হোৱাত জানিব পাৰিলে যে এওঁ যযাতিয়েই এদিন হাতত ধৰি দেৱযানীক গাঁত এটাৰ পৰা তুলিছিল। দেৱযানী যযাতিৰ ৰূপত মোহ গল আৰু আগেয়ে যে এক প্ৰকাৰ পাণি-গ্ৰহণ হৈছে আছে এই কথা ৰজাক বুজাই দি তেওঁক বিয়া কৰাবলৈ খাটিলে।যযাতি ক্ষত্ৰিয়হৈ শুক্ৰৰ নিচিনা নিষ্ঠাবাণ বামুণৰ ছোৱালী বিয়া কৰাবলৈ প্ৰথমে সাহ কৰিব নোৱাৰিছিল। দেৱযানীয়ে পিতাকে সৈতে আহি ৰজাৰ ওচৰ পালেহি। শুক্ৰই হুকুম দিয়াত অনিচ্ছাসত্বেও যযাতিয়ে দেৱযানীক বিয়া কৰাবলৈ মান্তি হোৱাত কলে কলে মোৰ তপৰ বলত বামুণী ছোৱালী বিয়া কৰোৱা দোষ তোমাৰ গাত নেথাকে; কিন্তু দেৱযানীৰ লগত বৃষপৰ্ব্বাৰ জীয়েক শৰ্ম্মিষ্ঠাও যাব, তেওঁৰ ফালে হলে চকু নিদিবা। মোৰ কথা নুশুনিলে

তোমাৰ বেয়া হব।” ইয়াৰ পিচত যযাতিয়ে দেবযানীক লৈ ৰাজ্যলৈ উভটি আহিল।

কিছুদিন শুক্ৰৰ কথা মতে চলিল। এদিন মনে মনে দেবযানীয়ে গম নোপোৱাকৈ শৰ্ম্মিষ্ঠাক স্ত্ৰীভাবে গ্ৰহণ কৰি পেলালে আৰু তেওঁৰ ফালৰ কালক্ৰমত এটি লৰা হল। দেবযানীয়ে শোধাত কলে যে এজন নাম গোত্ৰ নজনা ঋষিয়ে মোক এই পুত্ৰটি দান কৰিছে। এই দৰেই দেবযানীৰ দুটা আৰু শৰ্ম্মিষ্ঠাৰ তিনটা লৰা হল। শৰ্ম্মিষ্ঠাৰ ফাঁকি এদিন ওলাই পৰিল; দেবযানীয়ে যেতিয়া জানিলে যে শৰ্ম্মিষ্ঠা তেওঁৰ দাসী নহয় সতিনী হে, তেতিয়া খঙত একেবাৰেই শুক্ৰৰ ওচৰ পালেগৈ। দেবযানীৰ খঙ দেখি ৰজাৰও শুক্ৰৰ কথালৈ মনত পৰি দেবযানীৰ পাচে পাচে গৈ শহুৰেকৰ ঘৰ ওলালগৈ। শুক্ৰৰ বচন পেলোৱাত খঙ উঠি শুক্ৰই জৰা হবলৈ শাও দিলে। চাই থাকোঁতেই যযাতি দাঁত সৰা চুলি পকা, থকৰ বকৰ কৰা বুঢ়াটি হৈ পৰিল;

যযাতি শুক্ৰৰ চৰণত দীঘল দি পৰিল। তেতিয়া শুক্ৰই কলে “যদি কাৰবাক এই অবস্থা দিব পাৰা তেতিয়া তোমাৰ ডেকা কাল আকৌ ঘুৰাই পাবা? ইয়াত বাহিৰে আৰু মোৰ উপায় নাই।” দুখে বেজাৰে যযাতি দেবযানীৰ সৈতে আকৌ ঘৰ পালেহি।

ইয়াৰ পিছে কিছুকাল পুৰুক জৰা বোগ দি ডেকা কালৰ

সুখ ভোগ কৰি আকৌ জৰা ওভোটইলৈ পুৰুক ৰাজ্য দি যযাতি স্বৰ্গলৈ গুচি গল।

পুৰু শৰ্ম্মিষ্ঠাৰ সুমলীয়া পুতেক। দেবযানীৰ দুটাই আৰু শৰ্ম্মিষ্ঠাৰ ডাঙৰ দুটাই পিতাকৰ জৰা ৰোগ লবলৈ মান্তি নোহোৱাত ৰাজ্য নিদিলে বৰঞ্চ শাও হে দিলে।



# দ্ৰৌপদী।

পাঞ্চাল দেশৰ ৰজা দ্ৰুপদ। এওঁ এজন বৰ প্ৰতাপী ৰজা আছিল। প্ৰজায়ো এওঁৰ ৰাজ্যত বৰ সুখেৰে বাস কৰিছিল ৰাজ্যৰ কেউপিনে যেনিয়েই চোৱা তেনিয়েই জয় জয় ময় ময়, তথাপিও ৰজা ৰাণীৰ মনত অকনো সুখ নাই। তেওঁ-লোক দুয়ো প্ৰায় আদহীয়া হল, ইমানতো সন্তান এটি ও নহল এই দুখেই তেওঁলোকক জুয়ে দহাহি দহিব লাগিছিল।

অনেক যাগ, যজ্ঞ, দান, পুণ্য কৰিছেহে হয়, কিন্তু ঈশ্বৰে চকু মেলি চোৱা নাই। যিমানেই দিন পুৰণি হৈ আহিবলৈ ধৰিছে সিমানেই তেওঁলোকৰ মনকষ্ট বাঢ়ি আহিবলৈ ধৰিছে। কিয়নো অপুত্ৰক হৈ মৰিলে নৰকত সদায় পৰি থাকিব লাগিব; আৰু এওঁৰ উপৰি পুৰুষ সকলো পিণ্ড নেপালে স্বৰ্গৰ পৰা খহি পৰিব। এইবোৰ কথাকে চিন্তি ভাবি ৰজা ৰাণীৰ মনৰ সুখ অকনো নাইকিয়া হল। মন সদায় মৰা থাকে, জুলুকা লাগি থাকে।

এদিন সভা পাতি দ্ৰুপদ ৰজা বহি আছে এনেতে ভৰদ্বাজ মুনিৰ পুতেক দ্ৰোণ আহি ওলালহি, দ্ৰোণ আৰু দ্ৰুপদ সৰু কালত একেলগে পঢ়িছিল; আৰু দুয়োৰো বৰ মিল আছিল। দ্ৰোণৰ এতিয়া দুৰবস্থা হোৱাত ৰজাৰ ওচৰলৈ আহি পূৰ্ব্বৰ দৰেই সমনীয়া ভাবে ব্যৱহাৰ কৰিছিল। ৰজাই ইয়াত ৰেয়া

পালে। চিনাকী দিলতো চিনি নেপালে। ববঞ্চ অপমান কৰি সভাৰ পৰা খেদাই দিলে। ইয়াৰ পিচত দ্ৰোণ হস্তিনা পুৰৰ ৰাজ কৌৰৱ সকলৰ অস্ত্ৰ শিক্ষক হৈ গুৰু-দক্ষিণা স্বৰূপে তেওঁলোকৰ হতুৱাই দ্ৰুপদক ধৰাই দ্ৰোণৰ ওচৰলৈ অনালে। দ্ৰোণে প্ৰতিশোধ লৈ এৰি দিলে।

দ্ৰুপদে ৰাজ্য এৰি দ্ৰোণক মাৰিব পৰা এটা পুত্ৰ পাবলৈ যজ্ঞ আৰম্ভ কৰিলে যজ্ঞত ইষ্ট দেৱতা তুষ্ট হল। যজ্ঞৰ নাম অগ্নিৰ পৰা এটি লৰা আৰু এজনী ছোৱালী ওলাল। লৰাটোৰ ধৃষ্টদ্যুম্ন আৰু ছোৱালী জনীৰ নাম দ্ৰৌপদী। এওঁক পাঞ্চালী, যাজ্ঞসেনী আৰু কৃষ্ণাও বুলিছিল। যজ্ঞসেন (দ্ৰুপদৰ আৰু এটা নাম) ৰজাই অৰ্জ্জুনৰ ৰূপ গুণৰ কথা আগৰে পৰা পৰা জানিছিল। সেই বাবেই জীয়েক তেওঁলৈকে দিবলৈ মনতে ভাবি থৈছিল। যদিও আন আন মানুহে জতু গৃহত পাণ্ডব মৰিল বুলি কৈছিল তথাপিও যজ্ঞসেনে এই কথা বিশ্বাস নকৰিছিল। বিয়া দিবৰ হলত বহুত ওপৰত এটা মাছ থলে, সেই মাছটো সদায় ঘুৰি থাকে। তলত এচৰু পানী থলে। যি জনে এই পানী চকলৈ চাই চাই সেই মাছটোৰ চকুটো বিন্ধিব পাৰিব সেয়ে দ্ৰৌপদীক পাব বুলি ঘোষণা কৰিলে; আৰু এখন ডাঙৰ ধেনুও ওচৰতে থৈ দিলে। সেই খন ধেনুৰে কাঁড় মাৰিহে মাছৰ চকু ফুটাব লাগিব।

এদিন সকলোলৈকে খবৰ দিলে যে যি পাৰে লক্ষ্য ভেদ কৰি দ্ৰৌপদীক নিয়কহি। খবৰ পোৱা মাত্ৰেই ৰজা মহাৰাজ

ডেকাবজা, ৰজাৰ কোঁৱৰ আৰু অন্যান্য ভাল মানুহো দ্ৰৌপদীক পোৱাৰ আশাৰে পাঞ্চাল ৰাজ্য ভৰি পৰিলহি। ইয়ালৈ নহা প্ৰাণী কেওঁ নাছিল। ক্ষত্ৰিয় আহিছিল ছোৱালীৰ আশাৰে, বৈশ্য আৰু শূদ্ৰ আহিছিল জলপানৰ আশাৰে। বামুন আহিছিল জলপান আৰু দক্ষিণা দুয়োটাৰ আশাৰে। ঋষি মুনি সকলো ইয়াৰ পৰা বাদ পৰা নাছিল। তেওঁলোক আকৌ এনেয়ে ৰং চাবলৈ আহিছিল।

যোলদিন এইদৰেই মানুহ আহি আছে। বজা ঘৰিয়া কথা। খোৱাই খাইছে শোৱাই শুইছে, দিন ৰাতি একো চিন নাইকিয়া হৈছে। শেহৰ দিনা লক্ষ বিন্ধাৰ দিন। দ্ৰৌপদীক সুন্দৰ কৈ কাপোৰ পিন্ধাই হাতত ফুলৰ মালা দি যেতিয়া তেওঁৰ ৰূপৰ কথা মুখেৰে বৰ্ণনা কৰিব নোৱাৰি— ‘বগী তৰা, তাতে সোনেৰে গিলিপ মৰা।’ আহিবৰ পৰত যি সভাচাবলৈ যাওঁ বুলিহে ওলাই আহিছিল, সিও দ্ৰৌপদীক দেখি লোভ সামৰিব নোৱাৰি এবাৰ লক্ষ্য ভেদ কৰিবৰ কাৰণে চেষ্টা কৰি চাবলৈ মন মেলিলে।

এতিয়া ধৃষ্টদ্যুম্নই ক্ষত্ৰীয় সকলক সম্বোধন কৰি কলে, “ৰাইজ সকল! লক্ষ্য বিন্ধি দ্ৰৌপদীক বিয়া কৰাওক।” এই বুলি কবলৈহে পালে, চহকী মানুহৰ দক্ষিণাত গৰালৰ শুৰিত বামুনৰ যেনে হেঁচা-তেপা হয়, ধেনুৰ ওচৰতো সেয়ে হ’ল। পিচে এজন এজন কৈ প্ৰায় সকলোৱেই চেষ্টা কৰি চালে, লক্ষ ভেদ কৰা দূৰৰ কথা অনেকে ধেনু খন দাঙ্গিবকে নোৱা-

বিলে? কর্ণ, দ্রোণ, ভীষ্মৰ নিচিনা প্ৰসিদ্ধ বীৰ সকলেও লক্ষ্য ভেদ কৰিব নোৱাৰিলে। সকলো লাজত তলমূৰ কৈ বহি পৰিল। গোটেই সভা খন্তেকলৈ কাঁহ পৰি জীণ যোৱা হ'ল। তেতিয়া ধৃষ্টদ্যুম্নই সমাজলৈ চাই কবলৈ ধৰিলে, "মোৰ পিতা দ্ৰুপদে উপযুক্ত ক্ষত্ৰিয়লৈ—ভনীক দিবৰ মনেৰে এই পণ কৰিছিল। কিন্তু দুৰ্ভাগ্য বশতঃ কোনো ক্ষত্ৰিয়ই লক্ষ্য ভেদ কৰিব নোৱাৰিলে। সেই বাবে এতিয়া আপোনা সকলৰ ভিতৰত যেয়ে পাৰে লক্ষ্য ভেদ কৰি মোৰ ভনীক বিয়া কৰাই পিতাৰ প্ৰতিজ্ঞা ৰাখক। এই কথা শুনি বামুণৰ মাজৰ পৰা এজন জটীয়া বামুণ লক্ষ্য ভেদ কৰিবলৈ ঠিয় হল। ইয়াকে দেখি গোটেই সভাই হাঁহি গিৰ্জ্জনি মাৰি দিলে। বামুণ বোৰেও তেওঁক পগলা বুলিহে ঠাৱৰাব খুজিছিল। কিন্তু একো বাধা বিঘিনি নেমানি, ঈশ্বৰৰ চৰণ চিন্তি ব্ৰাহ্মণ আৰু সাধু মণ্ডলীক সেৱা কৰি লাহে লাহে লক্ষ্যৰ ওচৰ চাপিল। ধীৰ আৰু স্থিৰ ভাৱে ধেনুত জোৰ দি একেপাত শাৰেই মাছৰ চকু বিন্ধিলে। অনেকে এই কথা অবিশ্বাস কৰাত মাছটোকে কাটি আনি সভাৰ মাজত পেলাই দিলেহি। প্ৰতিজ্ঞা মতে দ্ৰৌপদীয়ে সেই অচিনাকী ব্ৰাহ্মণ জনক বৰণ কৰিলে।

দ্ৰৌপদীক হাতত ধৰি এওঁ সভাৰ মাজৰ পৰা ওলাই যাব খোজোঁতেই এখন ভয়াময়া যুঁজ লাগিল। তেওঁ যুজত সকলোকে পৰাস্ত কৰি দ্ৰৌপদীক লৈ ঘৰলৈ গুচি গ'ল।

এৱেঁই অৰ্জ্জুন। গধুলী চোতালৰ মূৰৰ পৰা ভীমে মাত লগালে, "আই! আজি এটি ভাল ভিক্ষা পাই আনিছোঁ।" মাকে কলে, "বোপাই পাচোঁটিয়ে সমানে ভগাই খোৱা।

জতু গৃহৰ পৰা পলাই আহি আজি প্ৰায় বাৰ বছৰ এই দৰেই পাণ্ডবহঁতে বনে বনে মাগি খুজি খাই ফুৰিছে। ব্যাসৰ মুখে দ্ৰৌপদীৰ স্বয়ম্বৰৰ কথা গম পাই বামুণৰ বেশ ধৰি তালৈ গৈছিল।

ইফালে দ্ৰুপদে অচিনাকী বামুণ এটাই ছোৱালী জনী লৈ যোৱা দেখি মৃত প্ৰায় হৈ চোৰাং চোৰাৰ হতুৱাই তেওঁলোকৰ খবৰ কৰাই পাচ দিনা পুৱা ৰজাৰ ঘৰলৈ মতাই অনালে।

যেতিয়া জানিব পাৰিলে যে যাক দিম বুলিছিল তেওঁৰ হাততে দ্ৰৌপদী পৰিছে তেতিয়া তেওঁৰ আৰু আনন্দৰ সীমা নৰল। ততালিকে সমাবোহেৰে বিয়া দিবলৈ কাৰবাৰ কৰিলে। যেতিয়া জানিলে যে দ্ৰৌপদীক পাচোঁজনে বিয়া কৰাব, ৰজা আকৌ বিষম সমস্যাত পৰিল। ব্যাসদেৱ আহিহে এই বিপদৰ পৰা উদ্ধাৰ কৰিলেহি।

ইয়াৰ পিচত পাণ্ডবহঁতক হস্তিনালৈ আনিলে। ইয়াত কিছুদিন থকাৰ পাচত পাশাখেলা হয়। খেলত যুধিষ্ঠীৰ হাৰে। দ্ৰৌপদীক ৰজস্বলা অবস্থাত সভালৈ আনি অনেক লঘু লাঞ্ছনা কৰে। আন কি নাঙঠ (বস্ত্ৰহৰণ) কৰিবলৈকো চেষ্টা কৰিছিল। ঈশ্বৰৰ অনুগ্ৰহত হে ৰক্ষা পৰিল।

পাশাত হাৰি বনলৈ যাওঁতে সূৰ্য্যই এওঁক এটা বৰ

দিছিল যে যেতিয়াকৈলকে দ্ৰৌপদীয়ে আহাৰ নকৰে তেওঁৰ চৰুৰ ভাত আঞ্জা যিমানক খুৱাই নুধুকায়। এই বৰৰ গুণত বহুত আপদ বিপদৰ পৰা তেওঁ ৰক্ষা পৰি আছিল।

কাম্য বনৰ পৰা, অকলশৰীয়া অবস্থাত পাই, এদিন জয়দ্ৰথে দ্ৰৌপদীক চুৰকৈ আনিছিল। পিচে যথাসময়ত ভীম আৰু অৰ্জ্জুনে পাই জয়দ্ৰথৰ হাতৰ পৰা একৰাই আনে। এই ঘটনাৰ পাচতে দ্ৰৌপদী যে সতী এই কথাটোত তেওঁৰ অহঙ্কাৰ হয়।

এই অহঙ্কাৰ চূৰ্ণ কৰিবৰ কাৰণে শ্ৰীকৃষ্ণই অকালতে এজোপা আমত এটা পকা আম লগোৱালে। দ্ৰৌপদীৰ সেই আম দেখি লোভ লাগিল। অৰ্জ্জুনক খাটিলুটি আমটো পৰাই আনিলে। এনেতে শ্ৰীকৃষ্ণ আহি কলেহি যে সেই আমটো এজন ঋষিৰ নিমিত্তে আছিল। এনেদৰেই সদায় একোটা আম পকি থাকে। ঋষি আহি আম নেপালে শাপি ধ্বংস কৰিবহি। এই কথা শুনি সকলোটিয়ে শ্ৰীকৃষ্ণক ৰক্ষা কৰিবলৈ খাটিলে। তেতিয়া তেওঁ কলে যে তেওঁলোকৰ গাইপতি মনৰ গুপ্ত কথা প্ৰকাশ কৰিলে আম এনেয়ে গছত লাগিব।

প্ৰত্যেকেই কলে,আৰু আম গছত লাগো লাগো হলগৈ। দ্ৰৌপদীয়ে আচল কথা নোকোৱাত আম আকৌ নামি আহি বলৈ ধৰিলে। তেতিয়া এটায়ে ডাবি হুকিদিয়াত কলে, “মই এদিন কৰ্ণৰ ৰূপ দেখি ভোল গৈছিলোঁ আৰু তেওঁক

স্বামী পাবৰ ইচ্ছা কৰিছিলোঁ।' । সেই কথাত সকলোৱে দ্ৰৌপদীক নিন্দা কৰিবলৈ ধৰিলে। দ্ৰৌপদীৰো গৰ্ব্ব ভাব মনৰ পৰা গল। আম গছত লাগি পৰিল।

বাৰ বছৰ বনত থাকি সৌৰিন্ধ্ৰী বেশে বিৰাট ৰাজাৰ অন্তঃপূৰত থাকে। ইয়াতে ৰজাৰ খুলশালীয়েক কীচকে এওঁৰ সতীত্ব নষ্ট কৰিব খুজি ভীমৰ হাতত প্ৰাণ হেৰুৱায়।

পাঁচ জনৰ ফালৰ পাঁচোটি পুতেক হৈছিল। ভাৰত যুদ্ধত অশ্বত্থামাই মনে মনে ৰাতি পাণ্ডৱইঁত বুলি আটাইকেউটা কাটি পেলালে। দ্ৰৌপদীৰ খং আৰু বেজাৰ মাৰ নিয়াবলৈ অৰ্জ্জুনে অশ্বত্থামাৰ মূৰৰ মণি কাটি আনি তেওঁৰ হাতত দি সান্ত্বনা কৰিলেহি।

যুদ্ধৰ পাচত যুধিষ্ঠিৰ ৰজা হ'ল, আৰু দ্ৰৌপদী ৰাণী হৈ কিছুকাল সুখেৰে কটাই সোঁ শৰীৰেৰে স্বৰ্গলৈ যাবলৈ পাঁচ পাণ্ডৱে সৈতে খোজ ললে। কিন্তু বাটতে হৰি পৰ্ব্বত নামে এটা পৰ্ব্বতত মৰি থাকিল। কিয়নো এওঁ অৰ্জ্জুনক আন কেই জনতকৈ অলপ বেছি ভাল পাইছিল।

দ্ৰৌপদী এগৰাকী হিন্দুৰ আদৰ্শ সতী। তেওঁ ৰূপত যেনে গুণতো তেনে। তেওঁ নিজৰ পুণ্যৰ বলেৰে পাঁচজন স্বামী ভজিও হিন্দু জগতৰ প্ৰাতঃ স্মৰণীয়া তিৰুতা। এওঁ কেতিয়াও কেনো পাপ কৰা নাছিল। সেই হে আজিও গায়ঃ—

"অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰী তথা,
পঞ্চকন্যা স্মৰে নিত্যং মহাপাতকনাশনম্।"

# সাবিত্ৰী।

ৰজা দ্যুমৎসেনৰ সত্যবান নামে এটি লৰা আছিল। সত্যবান উপজিবৰ দিনাই বাপেক কণা হয়, আৰু শত্ৰুৱে ৰাজ্য কাঢ়ি লয়। তেতিয়া ৰজা হাবিলৈ পলাই যায় আৰু লগতে পুত্ৰ পৰিবাৰলৈ যায়।

মদ্ৰ দেশৰ ৰজা অশ্বপতিৰ সাবিত্ৰী নামে এটি ধুনীয়া ছোৱালী আছিল। ছোৱালীটি বিয়া দিবৰ সময় হৈছে। এনেতে এদিন সাবিত্ৰীয়ে বাপেকক কলে, "পিতৃ! মই এবাৰ তীৰ্থৰ পৰা আহোঁগৈ।" বাপেক জীয়েকৰ কথাত মান্তি হল, আৰু লগত লগুৱা লৈ পাল্কিত উঠি তীৰ্থলৈ যাত্ৰা কৰিলে। কিছুদিনৰ পাছত উভটি আহোঁতে উঠি অহা পাল্কিৰ পৰা এজন মানুহ দেখিলে আৰু কৰ মানুহ কি কথা সকলো বৃত্তান্ত সোধালে। আৰু উপযুক্ত বৰজানি তেওঁক মনে মনে স্বামী বৰণ কৰিলে। তেঁৱেই হৈছে সত্যবান—বৰণ কেঁচা সোণৰ নিচিনা, শৰীৰ শকত আৰত।

সাবিত্ৰী ঘৰ পালেহি। লাহে লাহে এই কথা ৰজা অশ্বপতিৰ কানত পৰিল, আৰু তেওঁ এই কথাৰ বাবে মহৰ্ষি নাৰদৰ পৰামৰ্শ লবলৈ বুলি ভাবি থাকোঁতেই নাৰদ আহি ওলালহি আৰু কথাখিনি শুনি কলে, "সত্যবানৰ আয়ুষ অলপ। আজিৰ পৰা এবছৰ পূৰ হবৰ দিনাই সত্যবান

মৰিব।” তেতিয়া বাপেকে সাবিত্ৰীক মাতি আনি এই কথা ক’লে, কিন্তু সাবিত্ৰীয়ে কলে,“মই যেতিয়া আগেয়ে সত্যবানক স্বামী বৰণ কৰিলোঁ মোৰ আৰু প্ৰতিজ্ঞা নেভাঙ্গোঁ। মোৰ ভাগ্যত যি আছে হব। তাক কোনেও খণ্ডাব নোৱাৰে।” তেতিয়া বাপেকে অনেক বুজালে কিন্তু সাবিত্ৰীৰ মন একোতে ভুলাব নোৱাৰিলে।

তেতিয়া নাৰদ তাৰ পৰা গুচি গল। অশ্বপতিয়ে জীয়েকৰ এনেকুৱা দৃঢ় প্ৰতিজ্ঞা দেখি, আৰু সাবিত্ৰীৰ মন ঘুৰাব নোৱাৰি অগত্যা বিয়াৰ দিন ঠিক কৰিলে। সাবিত্ৰীক সত্যবানৰ লগত অৰণ্যতে অশ্বপতিয়ে বিয়া দিলেগৈ। কিয়নো সত্যবানে মাক বাপেকক এৰি থৈ আহিবলৈ মান্তি নহল। ৰজাই অতি বেজাৰ আৰু খঙত সাবিত্ৰীৰ লগত এজনী মাথোন লিগিৰী দিলে। সাবিত্ৰীয়ে পিতৃ-মাতৃক সেৱা কৰি বিদায় লৈ হাবিৰ মাজৰ পাতৰ জুপুৰিত থাকিবলৈ ধৰিলে। সত্যবানৰ মাক বাপেকে সাবিত্ৰীক পাই বনৰ সকলো দুখ কষ্ট পাহৰিলে। সত্যবানে সাধ্বীক পাই আনন্দেৰে কাল কটাবলৈ লাগিল। সাবিত্ৰীয়ে তেওঁৰ শহুৰ শাহু আৰু স্বামীক অচলা ভক্তি কৰি থাকিল।

সত্যবানৰ মৃত্যু যে হব এই কথা সাবিত্ৰীৰ বাহিৰে আন কোনেও নেজানে। সাবিত্ৰীয়ে আঙ্গুলি মুৰত লেখি থাকোঁতেই দিনৰ পাচত পষ, পষৰ পাচত মাহ যাবলৈ ধৰিলে। সাবিত্ৰীৰ ওপৰত এটা ডাঙ্গৰ ছাঁই যেন তেওঁক ঢাকি পেলাইছে।

চাওঁতে চাওঁতে শেষ হবলৈ আৰু তিন দিন মাত্ৰ আছে। তেতিয়া সাবিত্ৰীৰ অন্তৰত শোকে খুন্দিয়া খুন্দি কৰিবলৈ ধৰিলে। কিন্তু জানোচা শহুৰেক শাহুৱেকে গম পাই সেই ভাবি দেখাই বেজাৰ কৰা নাছিল। সাবিত্ৰীয়ে সেই দিনাৰ পৰা তিৰাত্ৰ ব্ৰত আৰম্ভ কৰিলে।

বছৰ পূৰ্ণ হল। সত্যবান আগদিনাৰ দৰে হাবিৰ ফল মূল ও আৰু কাঠ আনিবলৈ যাবলৈ ওলাল। তেতিয়া সাবিত্ৰয়ে কলে, "স্বামী মোৰো আজি বনখন চাবৰ মন হৈছে। দাসীক লগতে লৈ যাওক।" তেতিয়া সত্যবানে কলে,—"ঠাইবোৰ হাবি, কাঁইটেৰে ভৰা; তুমি তাত দুখ পাবা। তুমি যাব নেলাগে ময়ে ধুনীয়া ফুল আনি ইয়াতে দিম।" কিন্তু সাবিত্ৰীয়ে বৰকৈ ধৰাত নিবলৈ ওলাল। দুয়ো যাবলৈ ধৰিলে : চাওঁতে চাওঁতে দুয়ো অগাধ হাবিৰ মাজ পালেগৈ। সাবিত্ৰীৰ বুকু ফাটি যাওঁ, ফাটি যাওঁ হল। যাওঁতে বাটত সত্যবানে সাবিত্ৰীক নানা ফুল, ফল দেখুৱাই নিবলৈ ধৰিলে অন্তত সত্যবানে কলে, "তুমি ইয়াৰ তলতে বহা; মই গছ জোপা দলি লওঁ। এই বুলি তেওঁ গছত উঠিল। দুঘাপ মান মাৰোঁতেই তেওঁৰ মূৰটো ঘুৰাবলৈ ধৰিলে। সাবিত্ৰীয়ে তেতিয়া তেওঁক নামি আহিবলৈ কলে। সত্যবান নামি আহি সাবিত্ৰীৰ কোলাতে মূৰটো পেলাই পৰিল আৰু তেতিয়াই তেওঁৰ প্ৰাণ বায়ু গ'ল। তেতিয়া সাবিত্ৰীৰ বুদ্ধি হেৰাল! মৃত স্বামীৰ মূৰ কোলাত লৈ কান্দিবলৈ ধৰিলে,

আৰু তেওঁৰ লগতে প্ৰাণত্যাগ কৰিবলৈ প্ৰতিজ্ঞা কৰিলে।

ইফালে যম ৰজাৰ বহিত সত্যবানৰ নাম ওলাল। তেওঁ সত্যবানৰ জীৱটো আনিবলৈ দূত পঠিয়ালে। কিন্তু সতীৰ তেজ দেখি দূত ওচৰ চাপিব নোৱাৰি আকৌ যম ৰজাক কলেগৈ। তেতিয়া যমে সকলো কথা জানি নিজেই আহি সাবিত্ৰীৰ ওচৰ পালেহি।

সাবিত্ৰীয়ে যম ৰজা অহা দেখি অনেক স্তুতি কৰিবলৈ ধৰিলে। অন্তত যমে তেওঁৰ স্তুতিত তুষ্ট হৈ কলে, "কপালৰ বিধান কোনেও খণ্ডাব নোৱাৰে। ময়ো আন এজনৰ আজ্ঞাবহ ভৃত্য। তুমি সত্যবানৰ কাৰণে বেজাৰ নকৰিবা। তোমাৰ গুণত মই মুগ্ধ হৈছোঁ, দুখত দুখী হৈছোঁ, কিন্তু উপায় নাই। তথাপিও তুমি ভাল পাবৰ কাৰণে সত্যবানত বাহিৰে যিহকে বিচাৰা তাকে দিম।" তেতিয়া সাবিত্ৰীয়ে কলে, "মোৰ পিতা অপুত্ৰক, তেওঁৰ যেন পুত্ৰ হক। যমে 'তথাস্তু' বুলি, সত্যবানৰ জীৱ লৈ যাবলৈ লাগিল। কিন্তু সাবিত্ৰীয়ে যমৰ পিচ এৰা নাছিল। তেতিয়া যমে আকৌ কলে, তুমি মোৰ পিছে পিছে কিয় আহিছা। তোমাৰ ইচ্ছামতে আৰু এটা বৰ খোজা মই দিম।" তেতিয়া কলে, "মোৰ শহুৰ অন্ধ, তেওঁ যেন পুনৰ চকু পায়।" যমে 'তথাস্তু' বুলি যাবলৈ লাগিল। কিন্তু সাবিত্ৰীয়ে আকৌ পাচে পাচে গৈ আছিল। তেতিয়া যম ৰজাই কলে, "মই কত কওঁ তেওঁ তুমি মোৰ

পাচে পাচে আহি আছা। আৰু কি বৰ লাগে কোঁৱা। তেতিয়া সাবিত্ৰীয়ে কলে, "মোৰ শহুৰে যেন হেৰোৱা ৰাজ্য পুনৰ পায়। যমে "তাকে হক" বুলি কৈ যাবলৈ ধৰিলে। সাবিত্ৰীয়ে তেওঁৰ আকৌ পাচ লোৱা দেখি সেই বাৰ কলে, "এইবাৰ এটা বৰ তোমাৰ নিজৰ কাৰণে লোঁৱা।" তেতিয়া সাবিত্ৰীয়ে কলে, "মই যেন এশ পুত্ৰৰ মাক হওঁ। যমে কথাতো ভাবি নেচাই "সেয়ে হক" বুলি যাবলৈ ধৰিছে, এনেতে সাবিত্ৰীয়ে কলে, "আপুনি কলৈ যায়, মোৰ স্বামীক দিয়ক। আপুনি এতিয়াই মোক এশ লৰাৰ পুত্ৰৱতী হবলৈ বৰ দিলে। কিন্তু স্বামী বিনে আপোনাৰ এই বৰ কেনেকৈ ফলিব।" তেতিয়া যম এনাজৰিৰে বান্ধ খাই মহা বিপদত পৰিল। তেওঁ কলে; ধন্য সাবিত্ৰী। ধন্য তোমাৰ সতীত্ব! তোমাৰ সতীত্ব প্ৰভাৱত মৃত পতিৰ জীৱন ঘূৰাই পালা। তোমাৰ নাম চন্দ্ৰ দিবাকৰ থাকে মানে থাকিব।" এই বুলি আশীৰ্ব্বাদ কৰি যম গুচি গ'ল। সাবিত্ৰীয়ে জীৱটো আনি সত্যবানৰ দেহত লগাই দিয়া মাত্ৰকে সত্যবান উস্ ৰাম বুলি উঠি বহিল, আৰু কলে; "মই আজি বহুত বেলি শুলোঁ, ৰাতি হল, তুমিও মোক জগাই নিদিলা, ঘৰত পিতৃ মাতৃয়ে চিন্তা কৰিব পায়, এতিয়া আৰু ঘৰলৈ যাব নোৱাৰোঁইক।

ইফালে ঘৰত বাপেকৰ চকু যমৰ বৰ মতে ভাল হল। কিন্তু চকু ভাল হ'ল যদিও সাবিত্ৰী সত্যবানক নেদেখি দুয়ো কান্দিবলৈ ধৰিলে, আৰু অনেক বিলাপ কৰি আছে, এনেতে

সাবিত্ৰী ও সত্যবান দুয়ো ওলালহি। তেতিয়া তেওঁলোকক দেখি বৃদ্ধ পিতৃ মাতৃৰ আনন্দৰ সীমা নোহোৱা হ'ল। সাবিত্ৰীয়ে তেওঁলোকৰ আগত সকলো কথা ভাঙ্গি পাতি কলে আৰু চকু ভাল হোৱাৰ কথা কলে। তেতিয়া এই বোৰ কথা শুনি শহুৰক শাহুৱেকৰ আনন্দৰ দুধাৰি চকুলো বৈ গল। আৰু সাবিত্ৰীক মাটিতে থবনে মূৰতে লব ভাব ঠিক নোহোৱা হ'ল। সাবিত্ৰী আটাইৰে আদৰৰ লাৰু হ'ল। এই দৰে কৈইদিন মান থকাৰ পাছত এদিন এটা দূত আহি কলেহি যে আপুনি গৈ আকৌ নিজ ৰাজ্যত ৰজা হব লাগে। তাত আপোনাক ৰজা পাতিবলৈ অনেকে মন কৰিছে।"

তেতিয়া তেওঁলোকৰ আনন্দৰ পাৰ নাই। লৰালৰিকৈ যাবলৈ ওলাল। সাবিত্ৰীয়ে তেওঁ যমৰ পৰ পোৱা বৰ ফলিওৱা দেখি বৰ ৰং পালে। তেওঁলোক গৈ নগৰ পালেগৈ আৰু তাত তেওঁক ৰজা পাতিলে, আৰু আতি সুখেৰে ৰাজ্য চলাবলৈ ধৰিলে। ইফালে সাবিত্ৰীৰ মাকৰ ঘৰত এই কথা গম পালে, আৰু অপুত্ৰক ৰজাৰ পুত্ৰ হল। তেতিয়া আতাইবোৰ আহি ৰজাৰ ঘৰ ভৰি পৰিল। লাহে লাহে সাবিত্ৰী এশ পুত্ৰৰ মাক হল, আৰু সুখেৰে কাল নিয়াবলৈ ধৰিলে।

সেইহে এতিয়া হিন্দু মানুহে ছোৱালীক সাবিত্ৰীৰ দৰে গুণৱতী আৰু সতী হবলৈ, তেওঁৰ দৰে স্বামী সেৱা কৰিব পৰা হবলৈ বুলি আশীৰ্ব্বাদ কৰে।

———

# নলদময়ন্তী।

অতি পুৰনি কালত নিষধ ৰাজ্যত বীৰসেনৰ পুতেক নল ৰজা আছিল। তেওঁ মহা গুণী, জ্ঞানী, জিতেন্দ্রিয়, সুন্দৰ, যশস্বী, তেজস্বী অৰু ধীৰ স্বভাৱৰ আছিল।

নিষধ ৰাজ্যত নল যেনেকুৱা, বিদৰ্ভৰ ভীম ৰজাও ঠিক তেনেকুৱাই আছিল। তেওঁৰ এটী জীয়েক আছিল, নাম দয়মন্তী। দয়মন্তী ৰূপত দেৱতা, যক্ষ, মানুহ আটাইবে অনুপমা আছিল। তেওঁ সৰুৰে পৰা সখী সকলৰ লগত উমলি ফুৰিছিল। আৰু সখীয়েক হঁতেও সদায় নলৰ কথা দময়ন্তিক কৈছিল আৰু নলৰ ৰূপগুণৰ কথা শুনি তেওঁৰ মনত নলৰ প্ৰতি অনুৰাগ জন্মিল ;

নলেও বহুত দিনৰ পৰা দময়ন্তীৰ ৰূপ গুণৰ কথা শুনি আছিল, আৰু দময়ন্তীৰ নিমিত্তে মন সদায় ব্যাকুল আছিল। কিন্তু বিধাতাৰ লিখন কোনেও খণ্ডাব নোৱাৰে। এদিন গধুলী বেলিকা নল নিজৰ অন্তেষ পুৰৰ ফুলনি বাৰীত ফুৰি ফুৰিছিল। এনেতে তেওঁ এটা হাঁহ দেখিবলৈ পালে। ভাল দেখি তাক ধৰি পেলালে। কিন্তু আচৰিত কথা যে ধৰা মাত্ৰকে হাঁহ-টোৱে কবলৈ ধৰিলে "হে, ৰাজা। তুমি মোক নেমাৰিবা, তোমাৰ মই অভিলাষ সিদ্ধি কৰিম। তোমাৰ নিচিনাই ধুনীয়া ভীমৰ জীয়েক দময়ন্তীৰ লগত তোমাৰ মিলন কৰাই

দিম।” এই কথা শুনি নলৰ অন্তৰ নাচিবলৈ ধৰিলে আৰু হাঁহটো এৰি দিলে।

হাঁহটো চাওঁতে চাওঁতেই নলৰ চকুৰ পৰা আঁতৰ হল আৰু বিদৰ্ভ ওলালগৈ। আৰু যত দময়ন্তীয়ে সদায় সখী সকলৰ সৈতে ফুৰি ফুৰে, সেই ফুলনি বাৰিত ওলালগৈ। সেই দিনাও দময়ন্তীয়ে সখীয়েক সকলৰ সৈতে ফুল তুলিবলৈ গল। আৰু ফুলনিৰ মাজত পুখুৰিত ধুনীয়া হাঁহ এটা দেখি ধৰি দিবলৈ সখীয়েকহঁতক খাটিলে। যেতিয়া সখী সকলৰ সৈতে হাঁহটো বেড়ি কুঢ়ি ধৰিলে তেতিয়া হাঁহটোৱে মানুহৰ দৰে দময়ন্তীক কলে “নিষধ ৰাজ্যত নল নামে এজন ৰূপে গুণে অতুলনীয় ৰজা আ’ছে। তেওঁৰ দৰে ধুনীয়া ৰজা আৰু মানুহৰ ভিতৰত নাই। তোমাক তেওঁৰ সৈতে মিল কৰাবৰ মোৰ বাঞ্ছা। যদি ভগ্যত থাকে তেন্তে নল তোমাৰ পতি হৈ তোমাৰ ৰূপ গুণৰ সাৰ্থক কৰিব।” এই কথা বোৰ শুনি দময়ন্তীয়ে আনন্দত বিভোৰ হৈ কলে। “বিধিয়ে গুণ-ৰান নলক মোৰ কাৰণে স্ৰজিলে। মই নলকহে এক মাত্ৰ পতিবৰণ কৰিম।” এই খবৰ দি হাইঁটোক নলৰ ওচৰলৈ পঠিয়াই দিলে। হাহেঁ নলৰ আগত সকলো কথা ভাঙ্গি পাতি কলে। নলে হাইঁৰ মুখে এনেকুৱা আনন্দদায়ক কথা শুনি আনন্দত একোকে কব নোৱাৰিলে গাত হাত ফুৰাই হাইঁটোক বিদায় দিলে।

যি দিনাৰে পৰা দময়ন্তীয়ে হাইঁৰ মুখে নলৰ কথা বোৰ

শুনিলে সেই দিনাৰ পৰা আৰু তেওঁ সকলো এৰিলে, সখী সকলৰ লগত উমলিবলৈও এৰিলে। মাত্র যতে ততে বহি মন মাৰি কিবা কিবি ভাবি থাকে। ঘনে ঘনে হুমুনীয়া কাঢ়ে। খাৱন শোৱনৰ ফালে যে কান সাদ একে বাৰে এৰিলে। সখী সকলে এই বোৰ দেখি শুনি বাপেক ভীম নৰপতিৰ আগত সকলো কথা ভাঙ্গি পাতি কলে। আৰু তেতিয়াই ৰজাই দময়ন্তীৰ সয়ম্বৰৰ সকলো আয়োজন কৰিলে আৰু দেশে দেশে দূত পথিয়ালে।

দময়ন্তীৰ সয়ম্বৰৰ কথা শুনি অনেক দেশৰ ৰজা আহি বিদৰ্ভ ভৰি পৰিল। নিমন্ত্রণ পাই নলো সসৈন্যে যাত্রা কৰিলে। বাটতে দেৱতা সকলে নলক দেখি ভাবিবলৈ ধৰিলে, 'নল থাকোঁতে দময়ন্তীয়ে আমাৰ বৰা নিতান্ত অসম্ভৱ। এতেকে ইয়াৰ এটা উপায় নকৰিলে নহয়। তেতিয়া ইন্দ্রই নলক মাতিলে, আৰু কলে "নল নৰপতি! তোমাৰ ওচৰত আমাৰ এটা অনুৰোধ আছে। তুমি সেই অনুৰোধটি ৰক্ষা কৰিম বুলি প্রতিজ্ঞা কৰা। তেতিয়াহে আমি তোমাক কথাটো কম। নল বৰ বিমোৰত পৰিল, আৰু অগত্যা কৰিম বুলি প্রতিজ্ঞা কৰিলে। তেতিয়া ইন্দ্রই কলে, "নল! তুমি দময়ন্তীক গৈ কব লাগে যে সয়ম্বৰত চাৰিজন দেবতাৰ ভিতৰত এজনক বৰিব লাগে।" তেতিয়া নলৰ মূৰত আকাশী সৰগ ভাগি পৰিল। আৰু কলে, "ময়ে দময়ন্তীক লভিবৰ মনেৰে আহিছোঁ। এতেকে মই এতিয়া এনে কাম কৰিম কেনেকৈ ?

অনুগ্ৰহ কৰি মোক শপতৰ পৰা মুক্ত কৰক। কিন্তু দেৱতা সকল ৰবকৈ লাগিল। নল অগত্যা যাবলৈ বাধ্য হল।” তেওঁ আকৌ কলে মই এটা মতা মানুহ। তেনে স্থলত ইমান পালি পহৰিয়াৰ আগত কেনেকৈ দময়ন্তীৰ অন্তেষপুৰলৈ সোমাম। তেতিয়া ইন্দ্ৰই কলে,আমাৰ কৃপাত কোনেও নেদে—খাকৈ সোমাব পাৰিবা। নলে অতি বেজাৰ মনেৰে যাত্ৰা কৰিলে। আৰু কোনেও নেদেখাকৈ ভিতৰ সোমাই দময়ন্তীৰ আগত থিয় হলগৈ। আৰু দেৱতা সকলে কোৱা সকলো কথা কলে। তেতিয়া দময়ন্তীয়ে লাজুকি ভাবে উত্তৰ দিলে। এবাৰ যেতিয়া মই আপোনাক মনে মনে পতি বৰণ কৰিছোঁ, তাৰ আৰু অন্যথা নকৰোঁ।

নল তেতিয়া উভটি আহি দেৱতা সকলৰ আগত সকলো কথা কলেহি। তেতিয়া দেৱতা সকলে আন এটা ফন্দি পাতিলে।

সয়ম্বৰ আৰম্ভ হল। সকলোৰে মনত এটা নতুন ভাবে খুন্দিয়াবলৈ ধৰিলে। হাতত ফুলৰ মালা লৈ দময়ন্তী সভাত উপস্থিত হলহি। আৰু নলক দেখা পাবৰ কাৰণ কেউফালে চাবলৈ ধৰিলে। কিন্তু দেখি অবাক, পাঁচ জন নল একে শাৰীতে বহি আছে। (দেৱতা চাৰিজন নলৰ বেশ ধৰি নলৰ লগত বহি আছে।) তেতিয়া দমন্তীয়ে উচ্চৈস্বৰে কবলৈ ধৰিলে। “হে পৰমেশ্বৰ তুমি আৰু মোক লাঞ্চনা

নকৰিবা। কৃপা কৰি মোক প্ৰকৃত নলক দেখুৱাই দিয়া।” তেতিয়া আকাশীবানীয়ে কৈ দিলে “সেই পাঁচ জনৰ মাজত যিজনৰ ডিঙ্গিৰ মালা লেৰেলা পৰা, যাৰ ভৰি মাটিত লাগি আছে আৰু যাৰ চকু একেথৰে থকা নাই, পিৰিকিয়াই আছে তেঁৱেই প্ৰকৃত নল।” তেতিয়া দময়ন্তীয়ে নলৰ ডিঙ্গিত ফুলৰ মালা দিলে। গোটেই সভাঘৰ মঙ্গল উৰুলিৰে তলবলা-বলৈ ধৰিলে। আৰু সকলো ঘৰা ঘৰি গুছি গল।

ইয়াৰ পাচত নল আৰু দময়ন্তী নিজৰ দেশলৈ যাত্ৰা কৰিলে। দেৱতা সকল উভতি যাওঁতে বাটতে কলি আৰু দ্বাপৰক পাই কলৈ যাব বুলি সুধিলে। তেওঁলোকে কলে, আমি দময়ন্তীৰ সয়ম্বৰলৈ যাওঁ। তেতিয়া ইন্দ্ৰই কলে,“সয়ম্বৰ শেষ হল, নিষধ ৰাজ্যৰ অধিপতি নলক দময়ন্তীয়ে বৰিলে।” এই কথাত কলি আৰু দ্বাপৰ খঙ্গত ৰঙ্গা পৰিল। আৰু গৰ্জি দাত কামুৰি কৰলৈ ধৰিলে উঃ এইটো সামান্য মানুহৰ ইমান সাহ যে অতবোৰ দেৱতা থাকোঁতেই দময়ন্তীক পাব পাৰে। বাৰু চাম, ই দময়ন্তীৰ লগত কিমান দিন থাকিব পাৰে।” এই বুলি খঙ্গত খৰ-ফৰা-বলৈ ধৰিলে। তেতিয়া দেৱতা সকলে এই বোৰ কথা ভাল নহয় বুলি কোৱাতো কলিৰ খং শান্ত নহল।

নল সকলো কামতে বৰ সাৱধান আছিল। গতিকে কলি কোনো ৰকমে নলৰ গাত প্ৰবেশ কৰা নাছিল। এইদৰে ১২ বছৰ গল। এদিন কোনো কামত লৰা লৰি হোৱাত

নল শৌচাচাৰ কৰি সেই গাৰে গোঁসাই ঘৰ সোমাল। সেই ছেগতে কলি নলৰ গাত প্ৰবেশ কৰিলে। আৰু নলৰ বুদ্ধি দিনক দিনে হ্ৰাস হৈ আহিবলৈ ধৰিলে।

নলৰ পুষ্কৰ নামে এটা ভায়েক আছিল। তেওঁ নলৰ বিপৰীত ধৰনৰ আছিল। কলি তেতিয়া পুষ্কৰৰ ওচৰলৈ গৈ ক'লে "তুমি নলৰ লগত পাশা খেলা, মই তোমাক সহায় কৰিম, আৰু যেতিয়া নল হাৰিব তাক হাবিলৈ খেদাই দিবা। পুষ্কৰেও নলক দেখিব নোৱাৰিছিল। গতিকে লৰা লৰিকৈ পাশা খেল আৰম্ভ কৰিলে, আৰু নলক মাতিলে। নলে পাশা খেল বৰ ভাল পাইছিল, গতিকে মতা মাত্ৰেই গল। কিন্তু যাৰ ফালে কলিয়ে কেবাহিকৈ চায় তাৰ কৰবাত জয় আছেনে? এতিয়াও নল প্ৰত্যেক বাৰতে হাৰিবলৈ ধৰিলে। অন্তত তেওঁৰ আৰু একো নোহোৱাত পৰিল। নগৰৰ প্ৰজা, দময়ন্তী আৰু পাত্ৰ মন্ত্ৰী সকলোৱে খেল বন্ধ কৰিবলৈ ৰজাক কৈয়ো নোৱাৰি নিৰাষ ভাবে উলটিল। অন্তত নলে নিজে পিন্ধা আৰু দময়ন্তীৰ গাৰ অলঙ্কাৰ পাতিও হেৰুৱালে। পণ কৰিবলৈ একো নোহোৱাত খেলো বন্ধ হল।

নল আৰু দময়ন্তী বনলৈ যাবলৈ ওলাল। তেওঁলোকৰ দুটি লৰা ছোৱালী আছিল। লৰা ছোৱালী দুটি মাকৰ ঘৰত থৈ তেওঁলোক বনলৈ যাবলৈ ওলাল। প্ৰজাবোৰে অনেক কাকুতি মিনতি কৰি কৈয়ো তেওঁ লোকক ৰাখিব নোৱাৰিলে। লাহে লাহে গৈ তেওঁলোক অৰণ্য পালেগৈ।

অবশ্য পায়েই এজাক কপৌ চৰি থকা দেখি নলে নিজে পিন্ধি থকা কাপোৰ খনকে চৰাই ধৰিবৰ মনেৰে দলি মাৰি দিলে। কিন্তু এইটো একমাত্ৰ কলিৰ চক্ৰান্তহে। কপৌ বোৰে কাপোৰ খন লৈ উৰি গল। নল নাঙ্গঠ হল। একো উপায় নোহোৱাত দময়ন্তীৰ খনকে দুয়ো পিন্ধিলে। তেতিয়া নলে দময়ন্তীক কলে, "তুমি আৰু মোৰ লগত থাকি দুখ খাব নেলাগে। এই বাটেদি পিতাৰৰ ঘৰলৈ গুচি যোৱা।" কিন্তু দময়ন্তীয়ে এই উত্তৰ দিলে, "স্বামী যত থাকে তিৰোতাৰ সেয়ে স্বৰ্গ।" নলে আৰু একো নেমাতিলে।

ইয়াৰ কিছু দিনৰ পাছত এদিন বৰ ভাগৰ লাগিলত দুয়ো এজোপা গছৰ তলতে শুলে। দময়ন্তীৰ বেগতেই টোপনী আহিল। তেতিয়া নলৰ মনত এনে ভাৱ আহিল যে যদি তেওঁ দয়মন্তীৰ হাত সাৰিব পাৰে, তেন্তে তেওঁ আৰু নিশ্চিন্ত মনে ফুৰিবলৈ চল পাব। আৰু দয়মন্তীয়ে তেতিয়া বাধ্য হৈ বাপেকৰ ঘৰলৈ যাব আৰু লৰা ছোৱালী দুটিক প্ৰতিপালন কৰিবগৈ। কিন্তু এখন কাপোৰ দুয়ো পিন্ধি আছে জানেচা আজুৰিলে দময়ন্তীয়ে সাৰ পায়। এই বুলি ইফাল সিফাল কৰি চাওঁতে এখন চোকা তৰোৱাল দময়ন্তীৰ ওচৰতে দেখিবলৈ পালে। (কলিয়ে সেই তৰোৱাল তাত থৈ দিছিল।) তেতিয়া তেওঁ বস্ত্ৰখন মাজতে কাটি তাৰ পৰা গুচি গল।

যেতিয়া দমন্তীয়ে সাৰ পাই নলক ওচৰত দেখা নেপালে তেতিয়া দময়ন্তাৰ শোকৰ কথা আমি এই লিখনীৰে লিখি

অটাব নোৱাৰো। ঘনে ঘনে মূৰ্চ্ছা গত হৈছে। বুকুত ভুকুৱাই কান্দিছে, আৰু হাঁ নল! হাঁ নল বুলি চিঞৰিছে। তেওঁ বিচাৰোঁতে বিচাৰোঁতে গৈ গৈ এখন নৈৰ পাৰ পালে-গৈ আৰু তাত নাবিক কিছু মানক দেখি সকলো কথা ভাঙ্গি পাতি কলে। তেতিয়া নাবিক বোৰে কলে, "আমি চেদিৰ ৰাজ্যত বাণিজ্য বেপাৰ কৰিবলৈ যাওঁ, যদি তুমি যোৱা আমাৰ লগতে যাব পাৰা।" দময়ন্তী তেওঁ লোকৰ লগত গৈ চেঁদিৰ ৰাজ্য পালেগৈ। তাৰ ৰজা বিৰবাহু। এদিন বিৰবাহুৰ মাকে হঠাৎ দময়ন্তীক দেখি নিজৰ ওচৰলৈ আনি বৰ আদৰ সাদৰ কৰি ৰাখিলে। ইয়াৰ কিছু দিনৰ পাচত বাপেকৰ ঘৰৰ দূতে পাই বাপেকৰ ঘৰলৈ লৈগল। কিন্তু তাতো দময়ন্তীৰ মন একো ভাল নহল।

ইফালে নলে দময়ন্তীক এৰি বেগা বেগিকৈ আহি আছে আৰু একোবাৰ একোতা শোকৰ হুমুনিয়া কাঢ়িছে। এনেতে এটা শব্দ শুনিবলৈ পালে। "হে নল, ধৰ্ম্মৰাজ! তুমি মোক এই বিশাল অগ্নিৰ পৰা ৰক্ষা কৰি জগতত কীৰ্ত্তি ৰাখা। মই কৰ্কট নামে একটা সাপ ; নাৰদৰ শাপত এনে দশা হৈছে।" ধাৰ্ম্মিক নলে এনে শোকাতুৰ প্ৰাৰ্থনা শুনি সাপটো জুইৰ পৰা তুলি আনি মাটিত থব খোজোঁতেই, নলক সাপটোৱে খোঁট মাৰি দিলে।

নল তেনেই কলা পৰিল। আৰু অগৰ নল বুলি চিনিব নোৱাৰা হল। তেতিয়া নলে বেজাৰ মনেৰে কলে "অকৃতজ্ঞ

জন্তু, তোক মই উপকাৰ কৰা বাবে তই মোক খুটিলি। তেতিয়া সি কলে "মহাৰাজ মই তোমাক খুটি ভালহে কৰিছোঁ। কাৰণ এতিয়া আৰু তোমাক কোনেও চিনিব নোৱাৰিবে। তুমি এতিয়া ঋতুপৰ্ণ ৰজাৰ ঘৰত থাকাগৈ। তেওঁৰ তুমি সাৰথি হবা। তেওঁ ভাল পাশা খেলিব জানে। তেওঁৰ পৰা তুমি পাশা খেল শিকিবা। নলে কৰ্কটে কোৱা মতেই গৈ ঋতুপৰ্ণ ৰজাৰ ওচৰ পাই সাৰথি পদ গ্ৰহণ কৰিলে আৰু তেওঁৰ পৰা পাশা খেল শিকিলে। নলে ইমান ৰথ চলাব পাৰিছিল যে তেওঁ ৰথ চলালে ওপৰেই গৈছেনে তলেই গৈছে কব নোৱাৰি। নলে সূৰ্য্যৰ পৰা কেইবাটা মান বৰ পাইছিল। বিনাজুয়ে ভাত ৰন্ধা, হাতেৰে তাৰুৰ ব্যৱহাৰ কৰিব পাৰিছিল, ইত্যাদি কিন্তু নলৰ মনত এক মাত্ৰ দময়ন্তী। ৰাতি সকলো মানুহ শোৱাৰ পাচত তেওঁ অকলে অকলে বহি কিবা কিবি ভাবি থাকে। আৰু মাজে মাজে হাঁ দময়ন্তী বুলি একোটা হুমুনিয়াহ কাঢ়ে।

ইফালে দময়ন্তী ঘৰ পাই দেশে দেশে দূত পঠিয়াবলৈ ধৰিলে, কিন্তু সকলো মিছা। এজন দূত গৈ ঋতুপৰ্ণৰ ৰাজ্য পালে গৈ আৰু ৰাতি এই দৰে এটা মানুহে দময়ন্তীৰ শোক প্ৰকাশ কৰি কান্দি থকা দেখি আহি দময়ন্তীক কলেহি।

দময়ন্তীয়ে খবৰ শুনি একে বাৰে বাউলি হৈ নলক অনা উপায় চিন্তিবলৈ ধৰিলে। অন্তত ভাবি থিৰ কৰিলে যে দময়ন্তীৰ দ্বিতীয় সয়ম্বৰ বুলি ঋতুপৰ্ণক খবৰ দিয়া যাওক।

তিয়া অৱশ্য নল তেওঁৰ লগত আহিব। এই বুলি ঋতু
র্ণ লৈ খবৰ দিলে। খবৰ পাই ঋতুপৰ্ণ কেতিয়া পাওঁগৈ,
তিয়া পাওঁগৈ হল। আৰু নলক ৰথ সজাবলৈ কলে।
লে দময়ন্তীৰ স্বয়ম্বৰৰ কথা শুনি বেজাৰত মৃত্যু প্ৰায় হল।
াক ৰজাক কলে "মহাৰাজ কৃপা কৰি আজিৰ কাৰণে
ইন এজন সাৰথি লওক। কিন্তু ৰজা মান্তি নহল। নল
লাবলৈ বাধ্য হল, আৰু যাত্ৰা কৰিলে। ৰথ ইমান বেগাই
ানিছিল যে বাটত বতাহৰ কোবত ঋতুপৰ্ণৰ উত্তৰীয় বস্ত্ৰ
বি আহিল। দময়ন্তীৰ বাপেকৰ ঘৰৰ মুখতে এজোপা
লিখা গছ। ঋতুপৰ্ণ ৰজাই এক অদ্ভুত অঙ্ক বিদ্যাৰ বলত
খা মাত্ৰেই গছৰ ফল আৰু পাতৰ সংখ্যা কব পাৰিছিল।
ই বিদ্যা নলক দিলে। এই বিদ্যাৰে সেই শিলিখা গছ
ৰে চাই যাওঁতেই পাত বোৰ লেখি পেলালে; আৰু
হুৰেকৰ ঘৰ বুলি চিনি পালে।

বহুত আঁতৰত থাকোঁতেই দময়ন্তীয়ে ৰথৰ চকৰিৰ মাত
নি জানিব পাৰিলে যে নল আহিছে। নলে চলোৱা
থত বাজে কোনেও ইমান কোবত ৰথ চলাব নোৱাৰে।
তেতিয়া তেওঁৰ আনন্দৰ পাৰ নোহোৱা হল। চাওঁতে
াওঁতে ৰথ আহি ঘৰ পালেহি। কিন্তু ঋতুপৰ্ণ ৰজা দেখি
ৱাক যে সয়ম্বৰৰ কোনো গম গতি নাই। তেতিয়া তেওঁ
এনেয়ে আহিছে বুলিয়েই কলে।

নল চহিচৰ ঘৰত আছেহি। দময়ন্তীয়ে নলক মতাই

অনালে। লবা ছোৱালী দুটি দেখি নলৰ দুধাৰি চকুলে
দুগালে বৈ গল। তেতিয়া দময়ন্তীয়ে সুগন্ধি চন্দন গাত লেপি
গা, পা ধুৱাই, ভাল সাজ পাৰ পিন্ধালে। তেতিয়া নলৰ
গাৰ চেহেৰা আগৰ দৰে হল। আৰু কলি আগতে ওলাই
বিনয় বচনে কলে "মই অত দিন আপোনাক অনেক ক
দিলোঁ। তাৰ বাবে মোক ক্ষমা কৰক। ময়ো তক্ষকৰ বিষ
আৰু ঋতুপৰ্ণৰ অঙ্ক বিদ্যাৰ বলত অশেষ কষ্ট পাইছিলোঁ
নলে কলিক ক্ষমা কৰিলে। ৰজাৰ ঘৰত তেতিয়া এটা
আনন্দৰ ৰোল উঠিল। ঋতুপৰ্ণ ৰজাই এইবোৰ কথ
গম পাই নলৰ ওচৰত ক্ষমা মাগিলে।

তাত কিছু দিন থকাৰ পাছত, অনেক লগুৱা লিকচ
লৈ নল গৈ নিষধ ৰাজ্য পালগৈ। সেই দিনা সকলে
প্ৰজাৰ মনত ৰং। মন্ত্ৰী আদি কৰি সকলোৱে নলক আ
বঢ়াই নিলেহি। তাৰ পাছ দিনা ৰজা নলে ভায়েক পুষ্কৰ
পাশা খেলিবলৈ মাতিলে।

এই বাৰ কিন্তু পুষ্কৰ সমুলি হাৰিল। নলে পুষ্কৰক মৰ
কৰি ৰাজ্যতে থাকিবলৈ দিলে। ইয়াৰ পাচত তেওঁলো
বহুত দিন ৰাজ্য চলাই সুখে শান্তিৰে থাকিল।

অন্ত।

গ্রন্থকাৰৰ আৰু এখন কিতাপ

## ঈছপৰ উপকথা।

দেখিবলৈ যেনে ধুনীয়া আৰু মনমোহা পঢ়িবলৈকো তেনে ভাল! পঢ়ি অমনি নলগা কিতাপ পাবলৈ টান। এইখনি আমি ভাঠি সকলোকে দিব পাৰোঁ। বেচখনে ।৵০ মাথোন।

---

## অৰুণ

সচিত্ৰ শিশোপযোগী মাহিলি। বছেৰেকীয়া বৰঙ্গণী ২৲ মাথোন। খনে ৶০ তিনি অনা।

মেনেজাৰ,

অৰুণ অফিচ

৬নং যুগলকিশোৰ দাস লেন,

কলিকতা

ভাৰতমিহিৰ প্ৰেস কলিকাতা।